# দীপালী

কবিতা



শ্রীঅতুলচন্দ্র হাজরিকা বি-এ

অপ্ৰকাশিত

—নতুন নাট—

শকুন্তলা

সাবিত্ৰী

আলিবাবা

ৰংমহল

কল্যাণী

সংশোধিত আৰু পৰিবৰ্দ্ধিত

—নৰকাসুৰ—

আগতকৈও অধিক মনমোহা আৰু হৃদয়গ্ৰাহী হৈ ২য় তাঙৰণ অহা পূজাৰ আগতে ওলাব।

যৌৱন-কবিতা

—পঞ্চ-শৰ—

বিবিধ কবিতাৰ শৰাই

# —দীপালী—





শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা বি-এল

উজান বজাৰ

গুৱাহাটী

প্ৰথম তাঙৰণ

১৮৬০ শক



কলিকতা

৮৫নং অপাৰ চাৰকুলাৰ ৰোডৰ

'ভাৰতমিহিৰ' প্ৰেচত

শ্ৰীযুগলচৰণ দাসৰ দ্বাৰা মুদ্ৰিত।

বেচ তিনি সিকি

## সূচীপাত

* ইংৰাজীৰ ভাঙনি



তৰালি নিশাৰ জোনালি হাঁহিটি
বুকুত সাৱটি লই
গাথিলোঁ ইধাৰি 'দীপালী'ৰ মালা
আপোনপাহৰা হই।

✻

ভাৰতী দেৱীৰ 'আৰতি' গীতিৰে
পূজিছোঁ চেনেহী আই;
থাপনাত মোৰ জনোৱাহি সেৱা
'দীপালী'ৰ শোভা চাই!

✻

'দীপালী'য়ে মোৰ দিছে সকলোকে
ফুলাম অঞ্জলি দান—
দৰদী কবিক দিয়া আশীৰ্ব্বাদ
নালাগে একোকে আন।

---

# অৰ্পণ

পূজনীয় ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাদেৱৰ

পুণ্য স্মৃতিত :—

শেষ হল দেৱতাৰ পূজা
বিসৰ্জ্জন গঙ্গাৰ তীৰত ;
উলটিল যাত্ৰী যতমানে
স্নান কৰি অশ্ৰু-সাগৰত ।

পৰি ৰল পূজাৰ প্ৰাঙ্গণ
চকুলোৰে ভাহিল মজিয়া—
দেৱতাই মাগিলে বিদায়
স্মৃতি মাথোঁ ৰল যুগমীয়া ।

শিৱহীন শিৱৰ ভৱন
সৱে হায় বিষাদ মলিন—
ব্যৰ্থ হল মানৱী প্ৰয়াস
—সকলো যে কালৰ অধীন ।

শান্ত সৌম্য মোহন মূৰতি
দিঠকতে হল অন্তৰ্দ্ধান—
অসমৰ আকাশে বতাহে
সুকৰুণ বিননিৰ গান ।

ৰোগ-ৰূপ শৰৰ শয্যাত
মহাত্মন্ ! লভিলা শয়ন,
মৰণৰ শুভ ক্ষণ গণি
মহামুক্তি কৰিলা গ্ৰহণ ।

স্নবিশাল বংশ-পৰিয়াল
জ্ঞাতি-বন্ধু আশ্ৰিত প্ৰাৰ্থিত
সকলোৰে আছিলা ধৰণী
দীনবন্ধু তুমি ধৰণীত।

যি দেশত লক্ষ্মীৰ ভৰাল
সিদেশৰ নিছলা সন্তান,
আনে আহি কৰিছে শোষণ
ধন-সোণ ৰত্ন মূল্যবান।

তুমি দেৱ, নিজ প্ৰতিভাৰে
ৰক্ষা কৰি দেশৰ বিভৱ
লখিমীৰ বৰপুত্ৰ হই
স্বদেশৰ বঢ়ালা গৌৰৱ।

শিৱৰূপী মানৱ-দেৱতা!
তুমি আজি মৰতত নাই,
চোৱা ঘূৰি তুমি অবিহনে
ফুলা ফুল লেৰেলি শুকাই।

শ্ৰাদ্ধ আজি—শ্ৰদ্ধা-নিবেদন
স্নপৱিত্ৰ স্মৃতিত তোমাৰ
এয়ে মোৰ ভকতি-তৰ্পণ
'দীপালী'ৰ কবিতা-সম্ভাৰ।

ঠেঙাল
৮ জেঠ, ১৮৬০ শক

# দীপাঞ্জলী

## মোৰ পূজা

বাণী-মন্দিৰৰ সোণৰ তোৰণ
তাৰ সমুখতে শেৱালি কানন
পুৱাৰ নিয়ৰে স্নিগ্ধ সমীৰণ
বহি ৰলোঁ তাতে পাতি কুশাসন
মোৰ জীৱনৰ শত সাধনাৰ
এয়ে তপোবন বাণী বন্দনাৰ
কবিতা কুঞ্জত অৰ্ঘ্য ৰচনাৰ
মিলিব ইয়াতে পূজাৰ লগন্।

অতি দীনহীন জনম-ভিখাৰী
জগতৰ মই মৰম বিচাৰি
প্ৰতি পদূলিত বজাওঁ টোকাৰী
—যশ মান ধন নাই প্ৰয়োজন,
ষোড়শোপচাৰ বাণীৰ পূজাৰ
বিচাৰি ফুৰিছোঁ নিতউ সম্ভাৰ
নিমিলে ভাগ্যত দীন-দুখীয়াৰ
নাজানো যে হায় মন্ত্ৰ আৱাহন!

# দীপাল্লী

বহু ভাগ্যবানে মন্দিৰ সোমাই
নিজ যোগ্যতাৰে ললেগই ঠাই
মই মাথোঁ হায় ৰলোঁ বাট চাই
দেৱী দৰশন—জীৱনৰ পণ ;
প্ৰাঙ্গনতে ৰই শেৱালি তলত
নিৰলে পূজাৰী বহিছোঁ ধ্যানত
মন্দিৰ প্ৰৱেশ উদ্দেশ্য মনত
কেতিয়ানো বাৰু মিলে শুভ ক্ষণ !

ইয়াতে পুৱাতে শেৱালি পাহিৰে
ৰবালি ধেমালি মিচিকি হাঁহিৰে
প্ৰভাতী সঙ্গীত মোহন বাঁহীৰে
হলোঁ মতলীয়া উলাহে মগন্ ;
মধ্যাহ্ন ভাস্কৰে মোৰ জীৱনৰ
প্ৰাঙ্গনতে ৰই এই মন্দিৰৰ
গালে স্তোত্ৰ-গীত কণ্ঠে মনোহৰ
তেজোদ্দীপ্ত কান্তি, উন্নত আনন।

সন্ধিয়া যেতিয়া আহিব ঘনাই
বুকুৰ তেজেৰে যতনে জ্বলাই
আৰতি-প্ৰদীপ দিবহি সজাই
মৰণে গ্ৰাসিব বস্তিৰ জীৱন ;
মৰণৰ পিছে পুনৰ জীৱন
নিশা গলে পুনু দিনৰ তপন
আঁউসী লুকালে পূৰ্ণিমা গগন
ই যে জগতৰ নীতি চিৰন্তন !

ইদৰেই মই লক্ষ জীৱনত
ফুল-দুৰ্বা লই অঞ্জলি হাতত
বাণী মন্দিৰৰ তোৰণ দ্বাৰত
বাতুল আৰাধি ৰাতুল চৰণ,
লক্ষ জীৱনৰ আৰাধ্যা গোসানী
বাণী বীণাপাণি মন্দিৰৰ ৰাণী
দিব কৃপা হলে চৰণ দুখানি
পুণ্য পদ-ধূলি শিৰৰ ভূষণ।

বন্দনাৰ ছন্দে ৰচি শত গীত
হোমানল জ্বালি আহুতিৰ ঘৃত
যাচিছোঁ হেপাহে হিয়াৰ শোণিত
ভক্তি-পুষ্প-অৰ্ঘ্য কৰোঁ নিবেদন ;
বিপদ বিঘিনি আঁউসীৰ ৰাতি
পাৰ্থিৱ সুখৰ মায়াজাল কাটি
শত বিফলতা লওঁ মূৰ পাতি
দুখৰ মাজেদি সুখৰ বৰণ।

নাজানো যদিও সুৰ তাল মান
ভঁগা বীণা লই গাওঁ নিজে গান
মতা নাই কাকো দিবলই প্ৰাণ
মই জগতৰ অতি অকিঞ্চন ;
আগবাঢ়ি য'ক গোটেই জগৎ
শেৱালি তলত মন্দিৰ মুখত
হই ৰওঁ মই বিভোৰ ভাবত
ইয়াতে জীৱন, ইয়াতে মৰণ।

কাব্য-গীতি-ছন্দে আমোলমোলাই
কবিতা ফুলেৰে কৰণি ভৰাই
মন্দিৰ মুখত থম ওপচাই
কৰি সুৰভিত ফুল্ল উপবন ;
পূজাৰ নিৰ্ম্মালি পাদোদক জল
পাওঁ বা নাপাওঁ চৰণ কমল
হক বা নহক সাধনা সফল
জয়যুক্ত হব ইয়াতে জীৱন। ১৪।৯।২৩

---

# জীৱনৰ সুৰ

দূৰ কৰি নিশাৰ আন্ধাৰ
উঠে সউ তৰুণ তপন—
পৰিহৰি শীতৰ শেতেলি
প্ৰকৃতিৰ নতুন জীৱন।
বিধে বিধে আহি বিহঙ্গিনী
বন্দনাৰ জুৰিলে ৰাগিণী
বতাহত কবিতা লহৰি
কুঞ্জে কুঞ্জে ফুলৰ কৰণি।

সকলোৰে অনাদৃতা হই
আলাসতে পলাশ মঁদাৰ
ফাঁকু গুৰি গাত সানি লই
নিজে নিজে হল জাতিস্মাৰ।
যতমানে সুগন্ধি কুসুম
পতিপ্ৰাণা স্বামী সুৰাগিনী
গছ ভৰি ফুলিছে সৰাই
বহাগীৰ ফুলাম ওৰণি॥

গছে গছে নৱ কিশলয়
ডালভৰা আমৰ মঞ্জৰী
ফুলে ফুলে মউ-ৰহঘৰা
ভোমোৰাই ফুৰিছে গুঞ্জৰি।
অনঙ্গই অঙ্গৰাগ সানি
প্ৰকৃতিৰ লৱণু দেহত
যৌৱনৰ অৱদান দানি
দিলে আজি সুৰগা সোণত॥

আথেবেথে আলফুল কই
তুলি ললে সাৰটি বুকত
শত শত চুমাৰ সৌৰভ
দিলে যাচি গোলাপী গালত।
আকাশৰ নতুন ডাৱৰে
শুচি কৰে আই বসুন্ধৰা
প্ৰকৃতিৰ যৌৱন জাগিছে
সকলোৰে মুখ হাঁহি-ভৰা॥

স্বৰগৰ অমৃতৰ ধাৰ
পাৰ ভাঙি আহিছে বাগৰি
দশোদিশে সুখৰ বাতৰি
নিৰানন্দ পলাল আঁতৰি।
সমুখত অনন্ত যৌৱন
প্ৰেমদূতী দেৱী চিত্ৰলেখা ;
সুৰঞ্জিত গগন পৱন
যৌৱনৰ ৰক্ত-ৰাগ-ৰেখা॥

অতীতৰ বিষাদ-ৰাগিনী
দুঃখ-ব্যথা হল অন্তৰ্দ্ধান ;
চাপি আহাঁ সাধক গায়ক,
জীৱনৰ গোৱা জয়-গান।
আহাঁ ভক্ত, দিয়াহি অঞ্জলি,
গোৱা আজি গীত সুমধুৰ
আহাঁ কবি, তোলাহি বীণত—
জীৱনৰ সনাতন সুৰ॥ ১৩।৩।৩৫

---

# বহাগী

আহিলি চেনেহী রূপহী বহাগী
পদূলিত মোৰ জুৰিলি গীত ;
ফুলনিত তই বিহু-মেলা পাতি
মেলি দিলি তোৰ উলাহী চিত।

কিদৰেনো আজি আদৰিম তোক
বৰণৰ এটি কবিতা গাই ;
নিৰাশাত মই আছোঁ মন মাৰি
ভঁগা টোকাৰীত বতীয়া নাই।

গোটেই দেশতে দেখোঁ হাহাকাৰ
অসমীয়া আজি আলহী হায় ;
সেই বেজাৰতে চকুলো টুকিছে
মৰমী আমাৰ অসমী আই !

পৰ্ব্বততে নাই 'ডালিমী' নাগিনী
'মিৰি জীয়ৰী'ৰ বিলই দেখি
নিশা-বিহুলই কাৰ সতে যাবি
ভৈয়ামত নাই 'ৰঙিলী' সখী ?

ৰাজকাৰেঙত শিয়ালৰ বাস
দেৱমন্দিৰত নজ্বলে বন্তি—
উপজি বহুত ঘৰ-বিভীষণ
হৰিলে দেশৰ সোণালি কান্তি !

নোৱাৰোঁ ৰাখিব তোক ঐ লাহৰি,
কেলেহুৱা আহি ধৰিলে হাত ;
পিতৃ-পুৰুষৰ চোকা হেঙদান
কালৰ মামৰে ধৰিছে তাত ।

এনুৱা ছেগতে চপনীয়াইঁতে
সলাব খুজিছে দেশৰ নাম
এই অপমানো সহিব লাগিল
জীৱন ধৰাৰে নেদেখোঁ কাম !

আই ভাৰতীয়ে কৰা নাই দয়া
নিদিয়ে লখিমী নিৰ্ম্মালি পাহি
আজি এনেকুৱা শোকৰ দিনত
কিহৰ উলাহ, কিহৰ হাঁহি !

তথাপিতো বাৰু আছিলি যেতিয়া
চিৰকালে তই আছিলি য'ত
টকা পেপা ঢোল নুঠে জয়-ৰোল
নাই বিহু-তলি নাচিবি ক'ত ?

প্ৰকৃতিক দিলি নতুন যৌৱন
জাৰৰ জড়তা কৰিলি নাশ ;
তোৰ পৰশত কিযে হৰষত
নৱ বৰষৰ কতনো আশ !

পাৰ যদি তই অসম ভূমিত
পাতি যা তুনাই আনন্দ-হাট
যাব দুখ-দৈন্য হব সৱে ধন্য
অপেস্বৰা হই নাচিবি তাত !

কৰিবিনে দয়া প্ৰিয়া কুমলীয়া
মোৰো মৰা প্ৰাণ জীয়াবি তই ;
নাচৰে নাচতে চুমাটি যাচিবি
জেতুকী হাতেৰে সাৰটি লই ! ৭।৩।৩৫

---

# বিহুৱান

—এক—

অ' গাভৰু !
ফুলিল কপউ ফুল—
বিহু যে আহি চাপিল ওচৰ
বাজিল টকা ঢোল !

তৰাই পাতিলে থূল—
চোতালৰ আগতে তাঁত বাতি কাঢ়িলি
গামোছাত বাছিলি ফুল।

নাচনীৰ নাচিলে জৰী—
গালতে নাচিলে ঘামৰে মুকুতা
গৰকাত নাচিলে ভৰি।

ফাগুনে খেলিলে ফাঁকু—
তেজেৰে বোলালি আঁচু কেই নেছা?
থৰকৈ চলালি মাকো।

ফুলতে লেখিলি কথা;
তাকে পঢ়ি চাই হিয়া পমি যায়
আই অসমীৰে ব্যথা!

বৰ্হমথুৰীয়ে মেলিলে ঠোৰ—
কেই জুটি গামোছা উলিয়ালি গাভৰু?
চতৰে যে পৰিল ওৰ!

বিহুৰ পতাকা তোল—
বিহুৱতী চৰায়ে ডালে ডালে জুৰিলে
গীতৰ অমিয়া বোল!

মালতী আমোলমোল—
গান্ধ তেল সানি বান্ধি ল খোপাটি
হাতত জেতুকা বোল।

—দুই—

অ’ ডেকা ভাই !
থাকিবি কিমান চাই—
বান্ধি ল টঙালি বিহুটি যে ৰঙালি
বনগীত এফাকি গাই।

চতে যে জলালে জুই—
লুইতৰ পাৰৰে ডেকা লৰা তই
কিয়নো থাকিবি শুই ?

দানৰ মিলিব মান—
দেশৰ কাৰণে জীৱন সঁপি দিলে
স্বৰগত পাবি যে থান !

এবছৰ এনেয়ে গল—
হুচৰি আহিছে পদূলিৰ মুখলৈ
আদৰি আনিবৰ হল !

নমৰি আছ যে জী,
হেৰুৱালি তোৰ বাপতী সাহোন
শৰাইত দিবিনো কি ?

ৰংপুৰ ঢাকিলে ছাই—
শেন মেলি আৰু কোনে ৰং চাব
স্বৰ্গদেউ বিষয়া নাই !

এলাহ সোৰোপালি থ,
ফুলাম গামোছা মূৰত পাগ মাৰি
হাতত পেপাটি ল।

—তিনি—

ডেকা গাভৰুৰ দল !
বুকুত বান্ধি ল বল ;
বিহুতলিলই ওলাবৰ হল
আহিল বহাগী ধল।

নাচিব লাগিব তাত—
সেই নাচোনত ফুলাব লাগিব
স্বৰগৰ পাৰিজাত।

হাঁহিব লাগিব সৰে—
গঢ়িব লাগিব শিৰ-জয়-দ'ল
উলাহত জয় ৰৱে।

ধৰি ই নতুন বেশ
আনিব লাগিব বিশল্যকৰণী
জীয়াব লাগিব দেশ।

মলিনা অসমী আই ;
বিশ্বৰ সভাত দিব যে লাগিব
সৰাৰে আগত ঠাই।

সেয়েহে সাধনা ধ্যান—
বৰদৈচিলাই তাকে কই যায়
বিহুৰে আনিছে প্ৰাণ।

মন্ত্ৰপূত বিহুৱান—
অমোঘ কৱচ জননীৰ দান
কিটোনো লাগিছে আন ?

২৯।৩।৩৭

———

# বসন্ত-মেলা

ফুলনিত আজি মহাসমাৰোহ মোৰো তাত নিমন্ত্ৰণ
পাচিছে কটকী কোকিল কেতেকী, গায় গীত-আৱাহন।
নাচিবাগি হাঁহি ফুৰিছে উলাহী লাহতী মাধবী সখী
মোৰ ফালে চাই সোধে মিচিকাই কোৱাচোঁ কেনেনো দেখি !

দহিকতৰাই বিয়া নাম গায়, চেনেহী প্ৰকৃতি আই
বান্ধি দিছে খোপা আৰি ফুল খোপা ৰূপৰে উপমা নাই।
পলাশ নাহৰ ৰূপহ কোৱঁৰ আকন অশোকে মিলি
সখীৰে জেউতি চায় একে থৰে লাহবেশ জিলিমিলি।

আমে মলিয়ালে, ভোমোৰা উৰিলে, জামুৱে হাঁহিলে চাই
ৰাংঢালী সখীৰ ইমান উলাহ থবলয়ে ঠাই নাই।
বিহঙ্গমে গায় জিলীয়ে মিলাই বজায় মৃদুল বাঁহী,
লগৰে লগৰী মালতী ভনীটী মুখত মিচিকি হাঁহি।

পৱনে গোপনে অতি সযতনে সকলো ফুলৰেপৰা
সুৰভি-নিৰ্য্যাস আনি চুৰ কৰি সুৰভিত কৰে ধৰা।
ৰাংধালী সখীৰ আঁচলত ঢালে অগুৰু সুবাসখিনি
প্ৰীতি উপহাৰ যাচে সখিয়াক জীৱন সাৰ্থক মানি।

প্ৰকৃতি দেৱীয়ে মণ্ডপ পাতিছে বহিব বসন্ত মেলা
কুঞ্জে কুঞ্জে আজি গুঞ্জে ভোমোৰাই সজাই ফুলৰ দোলা।
মৰততে আজি নন্দন কানন পাতিলেহি সুৰবালা
মাধৱী সখীক বেঢ়ি ধৰি সৱে গাথে বৰণৰ মালা।

উচৰৰ ৰাণী মাধৰী সখীৰ মুখত মিচিকি হাঁহি
ওৰণি তলতে গোলাপী গালতে ফুলে পাৰিজাত পাহি।
অতি অতুলন পোনৰ যৌৱন সোণৰ সখীৰ গাত
তিৰবিৰ চকু জিলমিল বুকু মদন পিচলে তাত।

বসন্ত আহিছে সখীয়ে হাঁহিছে আদৰি আনিছে গই
মিলিছে উভয়ে প্ৰকৃতি ৰঞ্জিত ফুল-ধেনু শৰ লই।
সুখৰ বেহানি বেহায় সৱাই নিৰানন্দ নাই তাত
ফুলৰ বুকুত ভোমোৰাই নাচে চুহি প্ৰেম-পাৰিজাত

ইমানতো মোৰ থিৰেৰে থাকিব পাৰেনে উৰুঙা মন
থাক ঘৰ-বাৰী ওলালোঁ বৰাগী ললোঁ তুলি বীণখন।
গীত গাই গাই নিয়ৰৰ পানী সখীৰ গালত দিম
বসন্ত মেলাৰ সকলো অমিযা পৰাণ ভৰাই পিম। ১০।২।২০

---

# দহিকতৰা

—এক—

দহিকতৰা! দহিকতৰা!
কোন স্বৰগৰ দিলিহি বতৰা
কোন অমৰাৰ সুধাৰ নিজৰা
কণ্ঠেদি তোৰ বাগৰি পৰে;
ছয় ৰাগ ছত্ৰিশ ৰাগিনী
সৃষ্টিৰ আদিৰ অপূৰ্ব্ব কাহিনী
শিকালেনো কোনে গাব এইদৰে?
—বাজীকৰ বিশ্বথনিকৰে।

—দুই—

শুনো মানে শুনো আৰু শুনো
কত কথা মনে মনে গুণো
উটি যাওঁ, ভাহি যাওঁ—মহাসুখে কল্পনাৰ ভাব তৰঙ্গত
নাই চিন্তা পাহৰোঁ সংসাৰ
ভয় ভ্রান্তি ভাবনা অসাৰ
মনোহৰ সঙ্গীতৰ—ধাৰাসাৰ সুধা-বৃষ্টি ধৰাৰ বুকত !

—তিনি—

ভাহি ভাহি সেই সঙ্গীতত
স্বৰগৰ সিংহ-দুৱাৰত
হম গই উপনীত—তই প্রিয় দেৱদূত দহিকতৰাৰে
ই যে মোৰ স্বপ্ন দিঠকৰ
বংশীধ্বনি যমুনা পাৰৰ
মৰতৰ নৰ হই—স্বৰ্গ-সুখ কৰোঁ ভোগ বহি দেৱতাৰে !

—চাৰি—

ইকি হায় শেষ হল গীত
সুখ-স্বপ্ন হল অস্তমিত
যৰে নব ততে ৰলোঁ—আঁতৰিল মোহময়ী মায়া স্বপ্নপুৰি ;
বতাহত ভাহি ৰিণি ৰিণি
এতিয়াও সেই গীতিধ্বনি
হিল্লোলিছে হৃদয়ত—উথলিছে সুমধুৰ সুৰৰ লহৰি ! ১।৩।২৬

# পাটমাদৈ

—১—

ঐ গাভৰু পাটমাদৈ ! কোন ৰজাৰ কুঁৱৰী হৈ
কোন দেশৰ পাটত বহি
কিনো মনৰ বিৰাগত ;
বিহগী জনম লই মুকলিমুৰীয়া হই
ফুৰ আজি নাচি বাগি
প্ৰকৃতিৰ ৰম্য কাননত ?

—২—

গছৰ ডালত কটাই ৰাতি ফুলৰ লগত সখী পাতি
বসন্তৰ লগত পীৰিতি কৰি
তোৰ উলহমালহ গাত—
ছালি ধৰি ফুৰ ঘনে ঘন্ সাজি পাৰি অতি বিতোপন
উৰি যাওঁ, উৰি যাওঁ মন
ফাগুনৰ দখিণ মলয়াত !

—৩—

লাৱণী তই শুৱনী তই পাখিলগা অপেচৰা হই
উৰি যাৱ পলাই
দেখা দি লুকাই—ঐ মায়াবিনি !
ইদৰেই উৰা মাৰি ৰাজপাট সুদা কৰি
ৰাজসুখে আমুৱাত
কৰিলিনে শূন্য ৰাজধানী ?

—৪—

ৰচকি ! সৰা শেৱালি গচকি নাচোন মাৰ তই থমকি
দেও দি দেও দি বিচাৰি ফুৰ
কোন দুৰণিৰ লগৰীয়া ?—
মোকো দে তোৰ লগৰী হব হাঁহি উলাহৰ ভাগ লব
আপোন ভাবত তোৰ দৰে
নাচি বাগি হওঁ মতলীয়া । ৪।৩।২৪

---

# ফুল-কোঁৱৰ

সাজি পাৰি আহিল আজি
কোন ৰূপহীৰ বৰ ?
মালিনীৰ ঘৰত কদম তলত
তাৰেই পয়োভৰ !

পথিৰাজত আহিল কোঁৱৰ
সখীৰ বতৰা পাই ;
ওলাই আঁহা ৰূপকুঁৱৰি !
মাটিত মঙল চাই ।

সেউতী ফুলিল, মালতী ফুলিল
ফুলিল থৰিকাজাঁই—
গথা যে হল বৰণৰ মালা
ৰবৰ সকাম নাই !

শুৱনি তোমাৰ লৱণু তনুৰ
জেউতি চৰিব ভাল ;
ফুলকোৱঁৰে সাৰটি বুকুত
চুমাৰে ভৰাব গাল।

পুৱাৰ পৰাই কইনা হই
পিন্ধি আছা সাজ ;
মেলি দিয়া সখি, হিয়াৰ দুৱাৰ
আৰু কিহৰ লাজ !

দেখি ই ছবি ৰচিছে কবি
প্ৰেমৰ নতুন গান ;
কবিতা ফুলৰ এই মালাধাৰি
ফুলকোৱঁৰৰ দান। ২।৬।২৬

---

# কাঞ্চনীৰ কথা

বিহগী কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱে আনি তেখেতৰ খিড়িকী মুখত ৰোৱা এপাহ ফুল ফুলি থকা এটা অকণমান কাঞ্চন পুলিৰ কথা। সৌভাগ্যক্ৰমে বৰ্ত্তমানে সেই কাঞ্চন জুপি এই লেখকৰ ফুলনিত। ২০।৩।৩১

দোকমোকালিতে কাঞ্চনীয়ে উঠি
ফাগুনী মলয়া বাত—
লাহতী খোপাত পিন্ধি ফুল এটি
কবিক লগালে মাত।

চোৰা হেৰা কবি, বসন্তই আহি
বুলালে মৰমী হাত—
মোৰ বাই ভনী সকলোৰে আজি
বিহুধনি লাগে গাত।

বয়সত মই অতি সুমলীয়া
হলোঁ সকলোৰে সৰু,
তথাপি পাইছোঁ ভনীটীইঁতৰ
সুৰদি চেনেহ লাখ।

মজি মৰমত নাচে উলাহত
মোৰো সৰু হিয়াখনি—
পূৱ আকাশৰ তৰুণ অৰুণে
পিন্ধালে মুকুতা-মণি।

নাচি নাচি সউ ৰচকী পখিলা
চমকি থমকি ৰল—
লুতুৰা ভোমোৰা কাষলই আহি
মৰম-ভিখাৰী হল।

কাজলী ফুলৰ আঁজলি ভৰাই
প্ৰণমো তোমাক কবি,
কাব্য-কাননৰ মানস-পটত
আকিবানে মোৰো ছবি ?

অতি যতনেৰে আনি তুমি মোক
দিলা এডুখৰি ঠাই,
সেয়েহে তোমাক ওৰণি ওচাই
আজি মই আছোঁ চাই।

মোৰ ফুলপাহি জহিব সৰিব
নেথাকে যে চিৰকাল—
তোমাৰ কবিতা সদায় থাকিব
মানুহে বুলিব ভাল।

মৰতত থাকি স্বৰগত ৰূপ
তুমি নিতে কৰা ধ্যান,
যাকে ভালপোৱা তাৰে গান গোৱা
কৰা অমৰত্ব দান।

ৰই আছোঁ আজি আশীষ বিচাৰি
এপাহি কুসুম লই—
তোমাৰে পালিতা নিচেই আজলী
অকণি কাঞ্চনী মই।

দিয়া, দিয়া কবি স্বৰগৰ ৰূপ
ৰওঁ চিৰকাল ফুলি—
আঁচল পাতিছোঁ মিনতি কৰিছোঁ
লোৱাচোঁ লেখনী তুলি। ১২৩৪

---

# টগৰৰ কথা

চতৰ শেষত ৰূপহী বহাগী
পালেহি পদূলি কাষ—
নতুন জীৱন, নতুন যৌবন
কত আশা-অভিলাষ!

গালত গোলাপ, ওঠত কুঙ্কুম
হাতত জেতুকা বোল—
কপৌ ফুলৰ লাহতী বেণীত
মালতী আমোলমোল !

অশোক আকুল, ৰূপহ বকুল
ৰঙতে উপচি পৰা,
কাঞ্চনীয়ে সউ ওৰণি গুচাই
শুৱনি কৰিলে ধৰা !

বুঢ়া টগৰৰো ৰগৰ লাগিল
মোৰ ফুলনিতে ৰই—
উলাহে অধীৰ উতলা শৰীৰ
ৰঙতে বিতত হই !

অতি হেপাহেৰে শুকুলা ফুলেৰে
ঢাকিলে গোটেই গা,
ফুলাম কোলাত বহি বহাগীয়ে
পীৰিতি জনায় বা !

মৰমৰ সখী বিহুৱতী পখী
দিনৰে দিনটো ৰই
যোৰা নাম গালে বুঢ়া টগৰেৰে
বহাগীক যোৰাই লই।

প্ৰতিটো ফুলতে সুৰভি-নিৰ্য্যাস
মনৰ ওপুত কথা,
গধূলিৰ বতাহে চোৰঁৰ ধুলালে
বুজিলে হিয়াৰ ব্যথা !

উলাহৰ মাদলী আজি যে বহাগী
নোৱাৰে থিৰেৰে ৰব,
প্ৰণয়ী জনক নিৰাশ নকৰি
হৃদয় বিলাই দিব।
বিচাৰি আহিছে চেনেহৰ কোলা
উৰণ দোলাত চৰি,
ৰমক জমক লগাই চমক
মদন মদিৰা ভৰি।
সৰগী দেৱীক বুকুত সাৱটি
গালতে চুমাটি খাই
টগৰৰ গাত ডেকাধনি লাগে
গাভৰুৰ পৰশ পাই!
ফুলনিত মোৰ প্ৰণয়ৰ মেলা
যৌবনৰ জয় ৰোল—
মই ক্ষুদ্ৰ কবি, স্বৰগৰ ছবি
চাই আজি যাওঁ ভোল।
ইমান মাধুৰী অকলই মই
নোৱাৰোঁ কৰিব পান,
আহাঁ যতমানে সৌন্দৰ্য্য-সাধক!
ই যে সুন্দৰৰ দান।
পাহৰা যতনা কামনা ভাবনা
শতেক সংসাৰ লেঠা;
সুন্দৰৰ গান, সুন্দৰৰ ধ্যান
এয়ে টগৰৰ কথা।

১৯২৭

---

# বকুলীৰ কথা

বিজন বাটত নিশা জোনাকত ফুৰোতে নিৰলে মই
মলয়া এছাটি আহি কই গল— বকুলী যে আছে ৰই !
দেৱতা-জীয়াৰী আকাশত ঘৰ আকাশত জন্ম যাৰ
সেই সুন্দৰীয়ে ধূলিত বাগৰি বিচাৰে পৰশ কাৰ !

জিলমিল কৰা স্বৰগৰ তৰা নিজন কানন ভৰি
ইপাহি সিপাহি আছে হাঁহি হাঁহি ডুবৰি বনত পৰি ।
ওখ বিৰিখৰ অতি মৰমৰ ফুলাম বুকুৰপৰা
এটি এটি কৰি সৰি সৰি পৰি শুৱনি কৰিছে ধৰা ।

তুলি লওঁ মই আলফুল কই আঁজলি ভৰাই ফুল
ভাবিলোঁ মনতে দেৱতাৰ বস্তু নাই যে অলপো ভুল !
কোন ৰূপহীৰ ছিঙি সাতেশৰী ডিঙি সুদা কৰি হায়
সহস্ৰ মুকুতা পৰি আছে সউ বুটলি লওতা নাই !

কচোন লাহৰী অ'মোৰ বকুলি ! মনৰ সকলো কথা
তোৰে মোৰে যেন কোনোবা জনম এডালি সুঁতাৰে গথা !
ডাঙৰ দীঘল কৰি যি গছে তুলিলে তালিলে তোক
সেই গছ এৰি মাটিত বাগৰি জনাৱ কিহৰ শোক !

সন্ধিয়া বায়ুক কৰিছ বিভোল গোন্ধত আমোলমোল
কিয় বাৰু তই বুঢ়া বিৰিখেৰে ছিঙিলি মায়াৰ দোল !
অতি আথেবেথে কলে বকুলীয়ে— আকাশ নালাগে ভাল,
ৰম সৰু হই বৰ হবলই নিবিচাৰোঁ কোনো কাল ।

এৰি থই কোলা আলাসৰ দোলা মনত বেজাৰ নাই,
পিতৃ বনস্পতি, জনাও প্ৰণতি চৰণত ললোঁ ঠাই।
পবনে গোপনে হৰিছে সঘনে সুবাসিত গন্ধৰেণু
ৰচিছোঁ যতনে দেৱতাৰ বেদী উলাহে নাচিছে তনু।

প্ৰকৃতি দেৱীৰ মিলন-কুঞ্জত মধুৰ মাধৱী ৰাতি
ফুল-শয্যা ৰচি দিছোঁ উপযাচি ফুলেৰে আসন পাতি
বাসৰ ঘৰৰ সুৰভি নিৰ্য্যাস চৌদিশে বিলাই দিওঁ
প্ৰকৃতি কইনা বসন্ত দৰাৰ মিলন-মাধুৰী পিওঁ।

দিগঙ্গনাসৱে ফুলচাকি গুঠি খোপাত পিন্ধিব তুলি
প্ৰণয়ী জনক প্ৰেয়সীয়ে দিব ফুল্ল উপহাৰ বুলি।
বুকু উদি কৰি দিছোঁ সকলোকে গন্ধভৰা অৱদান
লাগে মাথোঁ মোক প্ৰতিদান তাৰ পদৰেণু ছুটিমান।

বাটৰুৱা জনে মোৰ মূৰতেই দিয়ক চৰণ-ধূলি,
পৰম পিতাৰ পুণ্য পদৰজ লম যে শিৰত তুলি।
মাটিতে হাঁহিম, মাটিতে নাচিম, মাটিতে ফুলিম ৰই
মাটিতে মিলিছে সাতোখনি স্বৰ্গ মাটিতে মিলিম মই।

এখানি হিয়াৰ এযে মৰ্ম্মবাণী বকুলীয়ে কলে মোক ;
ক্ষন্তেক সময় ৰলোঁ থিৰ হই পাহৰি পিয়াহ ভোক।
আকুল হিয়াৰ বিপুল আবেগে জগত উপচি যায়—
স্বৰগৰ শোভা জ্বলে পুণ্যপ্ৰভা দশোদিশ উজ্বলায় !

---

৫।৬।৩৪

# গোলাপৰ কথা

বোছৰাৰ ৰাণী গোলাপ মই
সেউজী বোৰ্খা মূৰত লই
দেশৰ পিছত ভ্ৰমিছোঁ দেশ
কতনো বেশ চাইছোঁ ৰই।

চিৰাজৰ পৰী মোৰ সহচৰী
সজাই পৰাই পঠালে মোক—
হেলাৰে জিনিলোঁ গোটেই দুনীয়া
ৰূপতে মজালোঁ তিনিও লোক।

নাচে বুলবুল হই মছগুল
গজল গানৰ লহৰ তুলি,
গুল বাগিছাত কত ছাহাজাদী
মোৰেই কোলাত পৰিল ঢলি।

মোকেই চাই মাতাল ওমৰ
গোলাবী চিৰাজী হাতত লই,
দৰদী কবিৰ প্ৰিয়াৰ গালত
আপোন পাহৰি ফুলোঁ যে মই!

হাফিজে ৰচিলে ৰুবায়াৎ-মালা
কবি চাজাহানে গাথিলে তাজ,
মোৰে পৰশত মহা হৰষত
শত উৰ্ব্বশীয়ে কৰিলে সাজ!

হেৰেমতো মই, কাৰেঙতো মই
মন্দিৰতো মই লভিছোঁ স্থান ;
স্বৰ্গৰ অপ্সৰা কিম্বা বাৰাঙ্গনা
কৰিছোঁ সমানে আনন্দ দান।

তুমি আজি কবি, আকি মোৰ ছবি
মৰম যেতিয়া কৰিছা দান ;
তোমাকো পিয়াৰা, যাচিছোঁ মদিৰা
পিয়লা ভৰাই কৰিব পান।

মলয়াত ফুলি পাহি মেলি হাঁহি
পুৱা নিয়ৰত কৰিছোঁ স্নান ;
বাগিছাতে থাকি দিছোঁ হিয়া বাকি
মেলি দিছোঁ মোৰ কোমল প্ৰাণ।

ইৰাণ-নন্দিনী নহওঁ বন্দিনী
বিশ্ববিজয়িনী গোলাপ মই—
হাতো নেমেলিবা, পাতো নিছিঙিবা
মাতিছোঁ তোমাক কাবউ কই।

সকলো দেশতে, সকলো যুগতে
নাচিছোঁ, হাঁহিছোঁ, ফুলিছোঁ ৰই—
যদিও হিয়াৰ মুকলি দুৱাৰ
ধৰা দিয়া নাই কাকো কতো মই।

কবিৰ মাথোন কাব্য কাননত
কনক-কবিতা যেতিয়া ৰাজে,
পৰাজিতা মই বিৰাজিতা হই
সপি হিয়াখনি লাজুকী সাজে।

( মই ) মৰম-কাঙালী কবিৰ দুলালী
দুনীয়া দৌলত নালাগে মোক ;
পিন্ধো জাতিস্মাৰ কবিতাৰ হাৰ
পাহৰোঁ পিয়াহ, পাহৰোঁ ভোক। ১৫।৩।৩৭

---

# মালতীৰ কথা

লাজুকী মালতী মই কুঞ্জে কুঞ্জে আছোঁ ৰই
বতাহত ঢউ খেলি ;—
আহিবা জগৎ-পতি তোমাতেই ৰাখি মতি
হাঁহি আছোঁ পাহি মেলি।

পুৱাতে অৰুণে আহি মাৰি মিচিকিয়া হাঁহি
ওৰণি গুচালে মোৰ ;
নিয়ৰৰ কণিকাই থই গল ওলোমাই
মুকুতাৰ মণিবোৰ।

আজলী কুসুম মই ভকতি-নৈবেদ্য লই
তোমালই আছোঁ ৰই ;
আহিবা যেতিয়া তুমি দুটি চৰণত চুমি
শত ধন্য হবলই।

ৰঙিলা পখিলা সখী মোৰ হাঁহি-মুখ দেখি
ঘনে আহি জুমি চায় ;
ভোমোৰাই গাই গান খোজে মোৰ হিয়া দান
তাত হায় শান্তি নাই !

বিহগ বিহগী মিলি পঞ্চমত সুৰ তুলি
তোমাৰ বন্দনা গায় ;
তাত মোৰ কি যে তৃপ্তি স্বৰ্গীয় তোমাৰ দীপ্তি
তাৰ যে তুলনা নাই !

তোমালই বাট চাই ৰই থাকোতেই হায়
গন্ধৰেণু যতমানে
কেতিয়াবা মন্দবাই লই গল উৰুৱাই
তাকো যে সহিছে প্ৰাণে !

তুমিময় মোৰ প্ৰাণ নিবিচাৰোঁ একো আন
তুমি পতি গতি মোৰ—
নাজানো পূজাৰ বিধি তুমি যে দয়াৰ নিধি
লোৱা অৰ্ঘ্য চকুলোৰ ।

আহিবা, আহিবা বুলি দিনমান ৰলোঁ ফুলি
নাহিলাতো দয়া কৰি ;
সউ যে পূবৰ বেলি পচিমত পৰে ঢলি
লাজতেই ৰঙা পৰি !

পুৰাৰ পখীৰ পুনু সন্ধিয়াৰ গীত শুনো
সুললিত আৰতিৰ—
তুমি যে নাহিনা প্ৰিয়, অসাৰ মানিলো জীৱ
দীনহীনা অভাগীৰ ।

বহু বেলি যদিবাও আহাঁ নাথ এতিয়াও
দিযাহি এষাৰি মাত—
আহাঁ, আহাঁ প্ৰাণমণি, সপি দিলোঁ হিয়াখনি
স্নেহ-সুধা দিয়া তাত ।

দিব পাবোঁ মাথোঁ ভেটি চৰণত চুমা এটি
লবা প্ৰিয় নিঘিনাই—
সন্ধিয়া চাপিছে কাষ যত আশা অভিলাষ
মনতেই মাৰ যায় !

বিদায় কালৰ কথা শুনাহি জীৱন-সখা
হে চিৰবাঞ্ছিত ধন !
ভক্তিভৰা অশ্ৰুনীৰ অভাগিনী মালতীৰ
কৰোঁ শেষ নিবেদন ।
ইপাহিৰ পিছে মই সিপাহিত জন্ম লই
জন্মে জন্মে দাসী হম,
একে আশা পালি ৰম হে সুন্দৰ মনোৰম
তুমি চিৰপ্ৰিয়তম ! ১০।৪।৩৪

# কামিনী

পদুলি মুখত ৰই গধূলি বেলিকা
হাঁহি থকা যেন অতি ৰূপহী বালিকা !
লাৱণী কামিনী তই ইমান ধুনীয়া
কাঢ়ি নিলি মন মোৰ হাঁহি মিচিকিয়া ।
মলয়াত মেলি দিলি গোন্ধৰ সৰ্ফৰা
আপোন ৰাগীত হলি আপোন-বিভোৰা ।
অকলই আছ বান্ধি মিলনৰ লাৰু
প্ৰণয়-কুঞ্জত যেন ষোড়শী গাভৰু ।
আহিব আহিব বুলি দেৱতা প্ৰাণৰ
লই আছ পুষ্পপাত্ৰ অৰ্ঘ্য হৃদয়ৰ ।

তন্ময় ভাবতে সেই গুচালি ওৰণি
গোন্ধতে আমোলমোল কৰিলি ধৰণী।
থৰ লাগি বাটৰুৱা তোকে চাই যায়
মউ চুহি ভোমোৰাই লাজতে পলায়।
তই কিন্তু একে ধ্যানে আছ বাট চাই
দেৱতা নাহিলে সুখ পৰাণতে নাই।
ভয় নাই—ৰূপৱতী গুণৱতী তই
দেৱতা কদাপি তোৰ নিৰ্দ্দয় নহয়।
এই ৰূপ, এই গুণ অথলে নাযায়
দেৱতাই লব তোক বুকুত সুমাই।
জীৱনৰ মধুনিশা জোনালি যামিনী
স্বৰগৰ প্ৰেম-সুধা লভিবি কামিনি!
নিয়ৰে ধুৱাই দিব নিৰ্ম্মল অন্তৰ
জিলিকিব পুণ্যপ্ৰভা সত্য সুন্দৰৰ। মঙলদৈ ১।৫।৩৩

---

# সোণপাহী

ধৱল মেঘৰ পাল উৰুৱাই
বজাই সোণৰ শিঙা—
সোণাৰু সাউদে বনিজ বেহালে
সোণেৰে ভৰাই ডিঙা।

এজাৰ ফুলৰ বেজাৰ গুচাই
ফুলিল হেজাৰ ফুল;
সোণাৰুৱে কয় চোৱাহি পথিক
জীৱন নহয় ভুল!

পদূলি ওলাই চালোঁ। আথেবেথে
উলাহে নধৰে হিয়া—
সোণৰ ৰভাৰ সভাৰ মাজত
সোণপাহী মোৰ প্ৰিয়া !
সোণৰ সাতেশৰী আছে ছিঙি পৰি
নেলাগে পুৰণি মণি,
সেই সোণেৰেই উপচি পৰিছে
ডুবৰি দলিচাখনি।
অতীজৰ সেই সোণৰ লঙ্কাতো
নাছিল ইমান সোণ,
মোৰ পদূলিত বাগৰে মাটিত
বুটলি লওঁতা কোন !
দৰদী কবিৰ প্ৰিয়া সোণপাহী
অলকা তিলকা ৰাজে ;
নতুন সোণৰ মণি থাৰু পিন্ধি
নিতউ নিজকে সাজে !
নিবিচাৰোঁ৷ আৰু পৃথিবীৰ বিত
কঙাল নহওঁ মই ;
হেলাৰে সুধিম যক্ষ লক্ষ জন
প্ৰিয়াক বুকুত লই। ১।৬।৩৬

## গন্ধমালতী

যৌবনৰ দেৱতাৰ কৰি আৰতি
পদূলিত ফুলে মোৰ গন্ধমালতী !
সুবাসিতা দিশবধূ কুঞ্জ-কামিনী
সাজে বিলাসিনী আজি মধু-যামিনী।
মৃদু মন্দ মকৰন্দ—মৃগনয়না
মন্মথ-মোহিনী কিনো স্বৰ্ণবৰণা !
ললিত বলিত তনু ৰঞ্জিতা ৰাণী
কুঙ্কুম চন্দন আনি সানে হিমানী !
জলমল চন্দ্ৰাতপ—দীপ্ত তাৰকা
কৌমুদী-প্লাৱিত তৃপ্ত মৰ্ত্ত্য-অলকা !
সুশোভিতা সুসজ্জিতা বিশ্বনায়িকা
মঙ্গল-মধুৰ গীতি গোৱা গায়িকা !
প্ৰচাৰে পবনে চোৰা ফুল্ল কবিতা
মদনৰ সাজে তুমি আহাঁ দেৱতা !
বৰণৰ ফুল তুলি গাথা মালিকা
ৰসময়ী মধুময়ী অভিসাৰিকা !          ১২।১১।৩৬

---

## ইন্দ্ৰমালতী

(১)

স্ব ৰ্লোকত          মগ্ন হই
হেমন্ত কোৱঁৰে
কৰিলে সাজ ;

চন্দ্ৰালোকে তন্দ্ৰা ভাঙি
ইন্দ্ৰমালতীৰ
গুচালে লাজ !

(২)

শুভ্ৰ সমুজ্জ্বল কিৰীটি কুণ্ডল
হিমৰ মুকুট
হিমৰ হাৰ ;

হেমন্তই আজি ৰূপৱন্ত হই
বাসৰ ঘৰৰ
পালেহি দ্বাৰ !

(৩)

নন্দন বনৰ ইন্দ্ৰকাননৰ
মালতীপাহিৰ
বিচাৰে মউ,

হিমৰ বিন্দুৰ গাথে হেমহাৰ
ৰূপৰ সিন্ধুত
বাগৰে ঢউ ।

(৪)

গন্ধমালতীৰ বন্ধ খোপাটিৰ
মন্দ মলয়াই
সুগন্ধ আনি

বিতৰিছে আজি বিলনীয়া সাজি
সজাই কুঞ্জত
নিকুঞ্জ ৰাণী ।

(৫)

পঞ্চশৰে আহি ফুলাম মঞ্চত
দুই হাতে ধৰে
ফুলৰ বাণ ;

ৰঙতে ৰূপহী মেলিছে চুপহি
যাচিছে সুৰভি
চেনেহী দান।

(৬)

ইন্দ্র অৰুণৰ বায়ু বৰুণৰ
দেখি এই দৃশ্য
যৌবন জাগে ;

কাম-মন্দিৰত বন্দী হৈ কোৱঁৰে
ৰূপ-কুৱঁৰীৰ
মাধুৰী মাগে।

(৭)

ৰূপহ প্ৰেমিক গুঞ্জৰি উঠিছে
মুঞ্জৰি উঠিছে
ষোড়শী প্ৰিয়া,

দুলিছে চঞ্চল সোণালি অঞ্চল
নাচিছে লাহতী
মালতী হিয়া !

(৮)

ধীৰে ধীৰে অতি প্ৰকৃতিৰ গীতি
সুৰদি বেহাগ
উঠিছে আজি

অভিসাৰিকাৰ মদিৰা হিয়াৰ

হেমন্ত কোৱঁৰে

লুটিছে আজি ! ১৫৷১১৷২

---

# অপৰিচিতা

কটন কলেজৰ বাটচৰাত থকা এজুপি ফুলাম লতাৰ উদ্দেশ্যে। এই লতিকাৰ ইংৰাজী নাম 'গ্লৰি অব্ দি গাৰ্দেন্'—অসমীয়া নাম কি নাজানো।

( ১ )

কিনো বুলি সম্বোধন কৰিম ৰূপহি !

অযাচিতে দিলি মেলি চেনেহ-চুপহি ;

নিচিনো, নাজানো নাম— জানিবৰো নাই কাম

যোজন দূৰত থাকি উৰালি পতাকা—

আঁকি দিলি আকাশত প্ৰণয় লিপিকা।

( ২ )

কত জন বাটৰুৱা চাপি তোৰ কাষ

ৰই ৰই চাই গল কৰি কত আশ ;

অপৰূপ ৰূপ তোৰ লুটি নিলে কত চোৰ

তথাপিতো নুঢ়কাল ৰূপৰ ভড়াল ;

নাচিছে জেউতি চৰি সেন্দ্ৰৌয়া গাল !

( ৩ )

শুনিছিলো বংশী বাই বিৰিন্দাবনত

কদম তলত বহি যমুনা তীৰত

ফাঁকু খেলি বনমালী নাচিছিল হাঁলিজালি

ৰঙা হল ফাগুনৰ গগন পৱন

ৰঙতে ৰাঙলী হল গোপীৰ বসন।

( ৪ )

আৰুনো সাৰিবি কত চিনিলো লতিকা,
তয়ে সেই গোকুলৰ প্ৰেমিকা গোপিকা
ৰাঙলী বসন মেলি বতাহত ঢউ খেলি
তাহানিৰ স্মৃতি লই গাঠিলি মালিকা
আজি পুনু ফাগুনৰ সাজিলি নায়িকা !

( ৫ )

শ্যাম কুমলীয়া তনু—তাৰে ফাঁকু ৰেণু
ধন্য হল বিৰিন্দাৰ অনু পৰমাণু
সেই পুণ্য দ্বাপৰৰ ফাঁকু-গুৰি মনোহৰ
জালিকটা আচলত ৰাখিছিলি সাঁচি—
তাকে তই দশোদিশে দিলি আজি যাচি ।

( ৬ )

নন্দনৰ উৰ্ব্বশীক লাজ দিবলই
পাতিলি ৰূপৰ বেহা বিলাসিনী হই ;
ৰঙ সানি মুঠি মুঠি নাচিলি কোলাত উঠি
বনস্পতিসকলক কৰিলি বলিয়া—
আকাশী দোলাত চৰি খেলিলি ফাঁকুৱা !

( ৭ )

ৰূপ আকলুৱা মই—কঙাল ৰূপৰ
পাই এই সমুখত ৰূপৰ সাগৰ
পাৰোনে নকৰি স্নান লই স্নেহ-অৰদান
চিনি পায়ো তোক আজি হে অপৰিচিতা !
নিদিম কিয়নো এটি কনক-কবিতা ? ২১৩৩৩

# স্বৰ্ণলতা

[ বৃদ্ধ তৰুৰ বিলাপ ]

স্বৰগৰ স্বৰ্ণলতা তই—কাষ চাপি আহিলি যেতিয়া
মৰমতে কেচাসোণ বুলি—আদৰিলোঁ তোক প্ৰাণপ্ৰিয়া !
শাপগ্ৰস্তা অপেস্বৰা বুলি—তুলি ললোঁ স্বৰ্গভ্ৰষ্টা তোক
ছল চাই শতুৰু শালিলে—কামদেৱে শৰ হানি মোক !
কেচা হালধিৰ গাঠি যেন—হাত দুটি সোণ বৰণীয়া
লযলাসে ডিঙিত মেৰাই—মন প্ৰাণ কৰিলি বলিয়া।
আলাসতে আলফুল কৰি—চুমা দিলোঁ সোণালি গালত
মাটিলই নিদিলোঁ নামিব—যতনেৰে ৰাখিলোঁ বুকত।
লাভ কৰি কুমলীয়া প্ৰিয়া—হেৰুৱালোঁ হিতাহিত জ্ঞান
সমৰ্পিলোঁ উদঙাই হিয়া, দুদিনীয়া পালোঁ প্ৰতিদান।
নাভাবিলোঁ সিদিনা অলপো—কৰপৰা আহিলি ললনা
কিয় মোক কৰিলি বৰণ—নুবুজিলোঁ বিধিৰ ছলনা।
আচম্বিতে মিলি দুটি প্ৰাণী—আনন্দৰ জুৰিলোঁ সঙ্গীত—
লাহৰীৰ লৰুনু তনুৰ—মুগ্ধ হলোঁ নাচোন ভঙ্গীত।
কত শত আজলী লতাই—মাটিতেই লেউসেউ হই
খুজিছিল প্ৰেমভিক্ষা মোৰ—সকলোকে নেওচিলোঁ মই।
কত জনী আগবাঢ়ি আহি—চৰণত ধৰিলে সাৱটি
তোক পাই মতলীয়া হিয়া—কাকো মই নাচালোঁ উলটি।
বসুধাৰ সাৰ যতমানে—তোকে মথোঁ যোগালোঁ প্ৰেয়সি,
নিজলই নাথাকিল একো—হলোঁ মই প্ৰেমিক সন্ন্যাসী।

স্বৰ্ণলতা নামত যদিও—আচলতে তৰুণী চুৰুণী
পিবলই তেজটুপি মোৰ—প্ৰণয়ৰ জ্বলালি অগনি।
ঘৰ পাতি শাখিনী তেজাৰে—ভাৰগ্ৰস্ত হল দেহা মোৰ
বাঢ়ি আছ লহপহ কৰি—গুচা নাই হাঁহি মুখ তোৰ।
অকালতে বৃদ্ধ আজি মই—তয়ে মোৰ হৰিলি যৌৱন
প্ৰণয়ৰ এনে পৰিণাম—তয়ে মোক কৰিলি অৰ্পণ।
এজনীয়ে এশ জনী হই—আজি মোক ধৰিছ আগুৰি
ভাৰগ্ৰস্ত অৱনত মই—প্ৰিয়তমা ৰাক্ষসী সুন্দৰী।
প্ৰেমলীলা তৰুণ তৰুৰে—বৃদ্ধ মোৰ এৰি হাবিলাস
দশোদিশে হেপা মেলি তোৰ—লজ্জাহীন বণিতা-বিলাস!
বাৰাঙ্গনা শোৱনি ঘৰত—নিজে মই আনিলো চপাই
কিনো কৰোঁ উপায়বিহীন—এতিয়া যে প্ৰতিকাৰ নাই!
সুধা বুলি পিলোঁ হলাহল—ক্ষুধা আজি সমূলঞ্চে লীন—
সংসাৰৰ অভিশপ্ত হই—গণি আছোঁ মৰণৰ দিন।
ৰূপহীৰ ছলনা ৰূপত—নাভাবিলোঁ ভৱিষ্য নিজৰ
চোৱা আহি এবাৰ জগৎ, শেষ দশা অন্ধ প্ৰেমিকৰ। ১৫ই

---

# দেৱী নে ৰাক্ষসী

( পানীমেটেকা )

কজলা ফুলৰ আঁচল উৰাই
ৰূপহীৰ ভেলা আহিল উজাই।
গজলীয়া ডেকা নদ সৰোবৰ
ৰূপহীৰ ৰূপ দেখি মনোহৰ;

মাতি কাষলই চকুৰ ঠাৰত
পাতি দিলে ঠাই বুকুৰ মাজত।
কলঙ্ মুখত মোহন মোহনা—
বজালে গগনা ললিতা ললনা।
ভাটিৰ বাতৰি বিলালে লাহৰী
প্ৰেমৰ গাগৰি ঢালিলে নাগৰী।
দেৱী নে মানবী নতু ৰাক্ষসিনী
নকৰি বিচাৰ জনম কাহিনী
হভি উন্মাদনা যৌৱন বাগীত
মজিল সমূলি প্ৰেম সৰসীত।

ছদিনতে হায় মোহিনী তৰুণী
নিজ বেশ ধৰি হল মায়াৱিনী।
সাধুত বিদৰে ৰাক্ষসী কুত্ৰৱী
হই সৰু ৰাণী গ্ৰাসে ৰাজপুৰি
ছাটি হ'বি বন বিজন কানন
ডাল পাত মেলি চৰিলে যোজন !
বিলাসিনী বেশে নাশিলে সহাক
দেখিলে প্ৰণয়ী বিষম বিপাক।
পথাৰ সমাৰ নদী খাল বিল
গ্ৰাসি সকলোকে হাহে খিল্ খিল্।
সকলোৰে গাৰ তেজ চুহি খাই
নুগুচে হেঁপাহ হেপা মেলি যায়।
কুটিল ইঙ্গিত কৰিলে মোহিত
বিচাৰে লোহিত তপত শোণিত !

শৰীৰ বিকল প্ৰণয়ীসকল
অমৃত আশত পিলে হলাহল।
দেৱী অপেশ্চৰী নহয় ৰূপহী
শাখিনী যখিনী মেল্গিলে চূপহি।
নহব মেনকা—হাচনাহানা
ৰাক্ষসী মেটেকা—কচুৰিপানা! বৰপেটা ২৯৩

---

## বৰ্ষা-মঙ্গল

নিদাঘৰ তপ্ত তাপ সহিব নোৱাৰি
তৃষাতুৰা মলিনা ধৰণী;
আহি পালে বৰষাৰ শ্যাম সমাৰোহ
হৰষত হাঁহিলে ফুলনি।
আকাশ মাৰ্গত বাজে নেপূৰ কিঙ্কিণী
বৰ্ষা-নটী কৰে তাত নৃত্য;—
হৰ হৰ বৰ ৰাম নামে বৃষ্টিধাৰা
উল্লাসত ভৰি উঠে চিত্ত!
জিকমিক বিজুলীৰ পিন্ধি কণ্ঠহাৰ
যত মানে জলদকুমাৰী
মৰতত দিলে আজি স্বৰ্গৰ বাতৰি
প্ৰকৃতিক আদৰি সাদৰি।
নবীন নীৰদমালা দেখি মনোৰম
সন্তাপিত যক্ষ কবি-প্ৰাণ—
প্ৰিয়াৰ বিৰহ-ব্যথা শোক শীতলাই
মেঘদূত হল মূৰ্ত্তিমান!
বৰষাৰ পৰশত হই সঞ্জীবিত
নৱ প্ৰাণ লভে জল স্থল

আনন্দতে ফুলি পৰে বিল-পুষ্কৰিণী
বুকুভৰা ফুল্ল শতদল।
ভৈয়ামৰ বৰনই প্ৰেম প্ৰৱাহিনী
নিজানৰ নিভৰা ঝৰণা
সকলোৰে গালে এটি দীপক সঙ্গীত
মিলনৰ বাজিল গগনা।
দাদুৰী কণ্ঠত উঠে অযুত ৰাগিণী
পাপিয়াৰ সুললিত তান—
দেখা পাই বৰষাৰ কৃষ্ণ কেশদাম
উচ্ছসিত ভাবুকৰ প্ৰাণ।
কুসুম স্তৱক ৰাজি গিৰি শিখৰত
সুশোভন বন উপবন—
শ্যামলী ওৰণি টানি তৰু লতিকাই
কৰে আজি বিশ্ববিমোহন।
ৰাশি ৰাশি ফুল পাত কৰণি সজাই
শোভা কৰে বনবিহাৰিণী;
বিপুল আৱেগ ভৰা ছন্দ বন্দনাৰ
বিহঙ্গৰ সুৰ তৰঙ্গিণী।
সুন্দৰী বৰ্ষাই যাচে যত অৱদান
সুন্দৰৰ চৰণ তলত;
সেই সুৰতেই মোৰো আত্মনিবেদন
প্ৰকৃতিৰ নিকুঞ্জ বনত। ১৩২৮

---

# বাৰিষাৰ ডাক

গৰ্জ্জি উঠা শৰাইঘাটি ! এৰা অৱসাদ—
কাণৰ কাষত ব্ৰহ্মপুত্ৰই—কৰে সিংহনাদ ।
ফেনেফোটোকাৰ বয শতধাৰ, নামানে কাৰো হাক
এই দৰেই তুমি বাঢ়িব লাগে—বাৰিষাই দিয়ে ডাক ।
মাতৃ যে তোমাৰ ভিখাৰিণী—বিচাৰে আজি জয ;
দুপৰ নিশাৰ বৰষুণেও—কান্দি তাকেই কয ।
জহৰ সূৰ্য্যাই তূৰ্য্য বজাই—বৰষে অগ্নি বাণ—
তৃপ্তিৰে তুমি সেই দীপ্তি লই—হোৱা শক্তিমান ।
চাৰিওফালে সহস্ৰ শত্ৰু—বিপদে কৰে গ্ৰাস
জাগা তুমি ভাই, বীৰৰ দৰে—নহলে সৰ্ব্বনাশ !
নাচিছে দেহত বিপুল যৌবন. নামে ভাদৰ বান
থাকক আগত কৰ্ম্মনাশা—কিয কৰিবা কাণ ?
উৰ্ব্বশীয়ে সৌ খেলিছে ঢৌ, উৰুৱাই বসন গাৰ—
ত্ৰিশূলপাণি উমানন্দই—ক্ষৰিছে পানীৰ ধাৰ ।
অশ্বক্লান্তৰ নাৰায়ণে—শুনাব গীতাৰ বাণী ;
শিৰে শিৰে শোণিত প্ৰৱাহ—বয লুইতৰ পানী ।
শক্তি স্বৰূপিনী কামাখ্যাৰ—শক্তি তোমাত জাগে
ৰণত ভাগৰি নাযাবা পাহৰি—মাতৃক মুক্তি লাগে ! ৭ভঁঙ

---

# পাগ্লাদিয়া

( ১ )

প্ৰকৃতি দেবীৰ  পাগলী তনয়া  ৰূপহী পাগ্লাদিয়া—
নদনে গোপনে  পিয়ালে মদিৰা  উতলা কৰিলে হিয়া।
জিলমিল গাৰ  বাগৰিছে পাৰ  উথলি উঠিছে বুকু—
ভৰা যৌৱনৰ  মহাপয়োভৰ  বিঘিনি নামানে একো।

( ২ )

বাৰিষাৰ মেঘে  মাদল বজায়  বৰষি বাদলধাৰা—
বিজুলী নচকী  চমকি থমকি  ৰঙতে আপোনহাৰা।
কলিযৰ আজি  বলিয়া বুকুত  তড়িতৰ চিকিমিকি
গৌৰীশিখৰক  বিগলিত কৰি  হিমানীৰ জিকিমিকি !

( ৩ )

ঝুনুক জুনুক  নেপূৰ বজাই  দীঘল সুহুৰি মাৰি—
আন যত সখী  ভৈলাম নামিছে  পৰ্ব্বতৰ কোলা এৰি।
সকলোৰে আজি  কাচুটি এৰিছে  তৰুণী মোহিনী সাজে
অনন্ত যৌৱন  উপচি পৰিছে  টিঙে টিঙে শিঙা বাজে।

( ৪ )

পাই কি ইঙ্গিত  ভৈৰৱ ভঙ্গীত  চৌদিশে থলক লাগে—
পাগলাদিয়াৰ  প্লাৱন নৃত্যত  শঙ্কৰে টোপনি ভাঁগে।
আছে সুদূৰত  পৰাণ দেৱতা  বাজিছে মোহন বেণু
অভিসাৰিকাৰ  আনন্দ অপাৰ  ৰাঙিছে, মজিছে তনু।

( ৫ )

শুনি সি মুৰলী    পাৰিছে কিৰিলি    উৰুলিৰ অন্ত নাই—
হাবি বন ভাঙি    যায় বাহু দাঙি    গাঁও ভূঁই উটুৱাই।
স্বৰগতে থাকি    বৰুণ কন্যাই    অৰুণক ঢাকি ধৰি
নোৱনীৰ পানী    ঘটে ঘটে আনি    ৰাখিছে ভড়াল ভৰি

( ৬ )

গিৰিকুমাৰীৰ    মঙল যাত্ৰাৰ    আজি শুভ ক্ষণ চাই
ঢালে ধাৰাসাৰ    অমৃতৰ ধাৰ    উলাহৰ গীত গাই।
উটাই বুৱাই    নোৱাই ধুৱাই    পিন্ধালে মোহিনী বেশ
এনেযে নাচনী    তাতেই ধুৱনী    আউলীবাউলী কেশ!

( ৭ )

বৰণৰ মালা    গাঠি দেববালা    স্বোৱামী বৰিব যায়—
লৰৰি বাগৰি    চিঙৰি ভাগৰি    অলপো আহৰি নাই।
নামানে প্ৰবোধ—    কোনে কোৰে ৰোধ।    সংহাৰ মূৰুতি ধৰে
ফেনে ফোটোকাৰে    বয় শতধাৰে    কল কল নিনাদেৰে।

( ৮ )

দুপাৰৰ বালি    ঘৰ বাৰী আলি    পথাৰ সমাৰ খেতি
একোকে নাচি    তল কৰি যায়    বোৱাই ৰূপালি সূঁতি
দিগম্বৰে নিজে    ডম্বৰু বজাই    নচৱায় গিৰিবালা
ইকি বিভীষিকা।    ইকি প্ৰহেলিকা।    ইকি সৌন্দৰ্য্যৰ মেলা।

( ৯ )

মিলন মেলাৰ    মাহেন্দ্ৰ ক্ষণত    হে আই পাগলাদিয়া!
তোমাৰ তীৰত    বিভোৰ ভাৱত    পুলকিত মোৰ হিয়া।
হৰষি উঠিছোঁ।    দৰশি তোমাক    পৰশি শীতল পাৰ—
যোৱা, আই যোৱা,    সেবা এটি লোৱা,    কৰ্ত্তব্যত আগুৱাওঁ।

নলবাৰী ৪৩

# মৰানদী

মণ্ডলদৈৰ 'বেগা'ৰ পাৰত—বাৰিষা ১।৬।৩১

## তেতিয়া—খৰালি

নেদেখোঁ এটুপি পানী তপ্ত বুকুখনি
কৰে মাথোঁ সকলোৰে ঘৃণা—
নাজানো দুৰ্ভাগ্য কিনো মৰানদী তোৰ
বজা নাই জীৱনৰ বীণা !
নগ্ন বুকু, ভগ্ন প্ৰাণ, নাই কুলু গান
কিয় হেৰ প্ৰকৃতিজীয়াৰি !
হলনে শোধোৱা কৰ, হঠাতে হেৰাল
মিলনৰ মুক্তা মালাধাৰি ?
হলনে সন্তুষ্ট তোৰ হৃদয় দেৱতা
যৌৱনৰ লীলা-খেলা শেষ ;
নতুবা কৰিছ কিবা প্ৰেম-অভিমান
লই এই বিৰহিনী বেশ ?
ধেমালি যদিও নদি, দৃশ্য মৰ্ম্মভেদী
চাই মোৰ ভাল লগা নাই—
সংসাৰৰ ধৰ্ম্ম এৰি সন্যাসিনী হলে
লব লাগে অৰণ্যত ঠাই।

## এতিয়া—বাৰিষা

বাজিছে পুনৰ আজি জীৱনৰ বীণা
যৌৱনৰ পূৰ্ণ পয়োভৰ—
মৰা বুকু ভৰা হল, উঠিছে লহৰ
প্ৰণয়ৰ—প্ৰীতি উলাহৰ।

শুকান যন্তুৰ সোঁত আছিল নীৰৱে
অন্তৰৰ গোপন কোণত ;
হৃদয়ৰ দেৱতাৰ অৱহেলা পাই
অসহন যাতনা প্ৰাণত !
যতমানে প্ৰণয়িনী সকলোৱে আজি
পালে মহা মিলন ইঙ্গিত ;
লৰ ধৰ কৰ লই 'বেগৱতী' তই
মুগ্ধ মই নাচোন ভঙ্গীত ।
দূৰ প্ৰৱাসতো মোৰ আনন্দ অপাৰ
দেখি সউ ৰূপোৱালি ধাৰ—
যেনেযোটোকাৰে বয় স্ৰোতস্বিনী নই
ইযে অতি পুণ্য অভিসাৰ !

---

# কপিলীৰ তীৰত

পুণ্যশ্লোক কপিল মুনিৰ
ধৌত কৰি পদপ্ৰান্ত বই গল পুণ্য নীৰ !
সুপৱিত্ৰ পুণ্য তপোবন—
তোমাৰ তীৰতে দেৰি, হইছিল সুশোভন ।
আশ্ৰমৰ হৰিণ হৰিণী,
চৰিছিল যোৰে যোৰে পান কৰি স্নিগ্ধ পানী ।
নাই আজি সেই শুভ দিন—
অতীজৰ ঋষি মুনি অতীজতে হল লীন !

হে আই কপিলী গিৰিসুতা !
তথাপিতো তুমি আজি একেভাবে জয়যুতা।
বহু দূৰ সেই অতীজৰ—
মহিমাৰ বীণ বাই নাচি বাগি নিৰন্তৰ
বই আছা সেই একেৰাহে—
এক্ষন্তেকো ৰোৱা নাই, গই আছা লাহে লাহে।
মন্দাক্ৰান্তা ধীৰ গতি ধৰি—
খৰালি বইছা তুমি, বাৰিষা উতলি পৰি
ফুলি পৰা ভৰা যৌৱনৰ
কৰি যত লীলা-খেলা তীৰ বেগে দিছা লৰ।
তোমাৰ মুখত সেয়ে আজি
অতীজৰ পুণ্য গীতি উঠিছে সঘনে বাজি।
তাকেই যেন শুনিছো মই,
তোমাৰ তীৰত আজি ভাবত উতলা হই।
শুনি-গাথি যত পুণ্য কথা—
গই আছোঁ অকলই নাই দুখ, নাই ব্যথা।
পাহৰিছোঁ প্ৰৱাসত মই—
আছিলোঁ ইয়াতে যেন, চিৰ-পৰিচিতা নই।
ভ্ৰমিছিলো তোমাৰে তীৰত—
(যেন) ভ্ৰমি আছোঁ এতিয়াও পুণ্য মুনি-কাননত।
নাচি থক ৰূপোৱালি ঢউ—
সেয়ে মোৰ হৃদয়ত কৰি থক থৌকিবাথৌ।
চাই তযু পুণ্য বাৰিধাৰা—
ইদৰেই যেন মই হই থাকো আত্মহাৰা।

কামপুৰ ৩১৩৯

# বৰগঙ্গা

নগাওঁ জিলাৰ 'মিকিৰ পৰ্ব্বত' এলেকাত 'বুঢ়ীগঙ্গা', 'বৰগঙ্গা' আৰু 'উৰ্দ্ধগঙ্গা' নামেৰে সৰু নৈৰ নিচিনা তিনিখনি জুৰি পোৱা যায়। ভালেমান পৰ্ব্বত বগাই বহু ওপৰৰপৰা যি ঠাইত বৰগঙ্গা তললৈ নামিছে সেই ঠাইৰ দৃশ্য অতি মনোৰম। তাত বহুত শিৱলিঙ্গ, কপিলা গৰু আৰু আন দেৱদেবীৰ শিলামূৰ্ত্তি পৰি আছে। 'মহামায়া পৰ্ব্বত' আৰু 'গৰু-কটা পৰ্ব্বতো' এই অঞ্চলতেই। বুঢ়ীগ[illegible] যমুনা নৈত পৰিছে। এই ঠাইবোৰৰ ঐতিহাসিক ইতিবৃত্তত বিজ্ঞজনে পোহৰ পেলালে[illegible] ভালেমান নতুন কথা জনা যাব। কোৱা বাহুল্য যে অটব্য পৰ্ব্বত শালনি আদি অতিক্ৰম কৰিহে বৰগঙ্গাৰ দৰ্শন পাব পাৰি আৰু সেই ঠাইৰ নিগাজী অধিবাসী সকলোখিনিয়েই সবল মিকিৰ মানুহ। —পাৰখোৱা, মিকিৰপৰ্ব্বত ৪[illegible]

কুলু কুলু শব্দ কৰি পৰ্ব্বতে পৰ্ব্বতে লৰি
নামিছাহি বৈয়ামত স্ফটিকৰ শুভ্ৰ বাৰিধাৰা!
আজিও যে ভগীৰথে আকাশী গঙ্গাৰ সোঁত
নমায় ইয়াতে যেন ওথ সউ আকাশৰপৰা।
সদাশিৱে শিলা হই ইয়াতেই আছে ৰই
পান কৰি তোমাৰেই ৰূপৰাশি অমিয়া মাধুৰী;
নিতউ পখালি পাৱ পূজিছা জাহ্নৱী মাৱ,
কল কল নিনাদেৰে সুমধুৰ শঙ্খধ্বনি কৰি।
কাঠনি বননি ভাঙি কিনো এনে কথা পাঙি
উল্বনি আৰে আঁৰে—বই আছা তুমি ধীৰে ধীৰে—
প্ৰকৃতিৰ সহচৰ আদিবাসী মানৱৰ
দূৰত জুপুৰি ঘৰ—ঠায়ে ঠায়ে আছে দুয়ো তীৰে।
কঁহুৱাই ৰই ৰই হাতত চোৰঁৰ লই
মংযাত ঢউ খেলি—তোমাৰেই সেৱিছে চৰণ
শাল-তৰু যতমানে সকলোৱে প্ৰাণপণে
তোমাকেই আছে ৰখি—সুশোভন বিচিত্ৰ কানন!

পূজোঁ বুলি মহেশ্বৰ দেৱ-তৰু নাগেশ্বৰ
কলচীয়া শিৰ তুলি—শাৰি শাৰি মন্দিৰ সজাই
গহীন যোগীৰ বেশে পৰ্ব্বতৰ পাদদেশে
ৰই আছে কতকাল তোমাৰেই আশীৰ্ব্বাদ পাই।

মাধবীৰ ফুলহাৰ মধুময়ী মল্লিকাৰ
হই অতি জাতিস্কাৰ শোভা কৰে গিৰিপাদমূল ;
আৰু যত বনপুস্প মনোহৰ লতাগুচ্ছ
তোমাৰেই ক্ৰিয়াকুঞ্জ সাজি দিয়ে ৰূপহ অতুল !

নিশাৰ এন্ধাৰ ঠেলি পুৱাতে ওলাই বেলি
দিনমান প্ৰকৃতিক নানা সাজে সজাই পৰাই—
ৰঙা হই উঠি জ্বলি সন্ধ্যাবেলা পৰে ঢলি
সেন্দূৰেৰে তোমাৰেই চৰণৰ জেউতি চৰাই।

নিশাৰ আকাশী পথ— শশমৃগে টানে ৰথ
উজ্জলাই জোনে পুনু—দৃষ্টি কৰি তোমাৰেই ফালে ;
জলমল জেউতিত ৰূপোৱালি হাঁহিটিত
তোমাৰ বুকুত আই, হীৰা কি মুকুতা মণি জ্বলে !

যেতিয়া এন্ধাৰ ৰাতি নজ্বলে জোনৰ ভাতি
জুৰ লয় জোনবায়ে আকাশৰ অন্তেসপুৰত
জিকিমিকি জোনাকীয়ে নাচি নাচি পৰ দিয়ে
ঢিমিকি ঢিমিকি জ্বলি তোমাৰেই পুণ্য প্ৰাঙ্গনত !

প্ৰকৃতিৰ প্ৰিয় অতি বৃক্ষলতা নানা জাতি
জোগান ধৰিছে সবে তোমাৰেই পূজাৰ সম্ভাৰ ;
গাই সুললিত গীত পুৱা সন্ধ্যা আৰতিত
নানা জাতি বিহঙ্গমে খলকি লগায় তুনো পাৰ !

বনৰ চৰাই পহু প্ৰকৃতি সন্তানে বহু
দাপোণত মুখ চাই শান্তি পায় জলকেলি কৰি ;
সকলো প্ৰকৃতি-পুত্ৰ তোমাৰো যে প্ৰিয়পাত্ৰ
বুজিছোঁ নিশ্চিত আজি দেখি প্ৰকৃতিৰ ৰম্যপুৰি।

কপোত কপোতী মিলি ফুৰে নানা খেলা খেলি
তাকে চাই তৃপ্তি পোৱা—আহা কি যে স্বৰ্গীয় প্ৰণয় !
মাৰি মিচিকিয়া হাঁহি বনদেৱীসৱে আহি
আৰাধিছে তোমাকেই হাতে হাতে পুষ্পপাত্ৰ লই।

আৰু যত জান জুৰি শিলনিত ঘূৰি ঘূৰি
যেন মুকুতাৰ মালা—প্ৰকৃতিৰ ৰূপহ গলত ;
তোমাৰে মহিমা গাই আশেপাশে বই যায়
জিৰনিব গীত গাই নাচিবাগি অতি উলাহত।

যদিওবা ধীৰ অতি মৃদু মন্দাক্ৰান্তা গতি
লেশমানো চিন নাই উলাহত গৰবী হিয়াৰ
বাৰিষা খৰালি তুমি শোভা কৰি বনভূমি
একেৰাহে বই থাকা, সাম্যমূৰ্ত্তি সদায় তোমাৰ।

যেতিয়া ফাগুন চ'ত অণ্ঠকণ্ঠ পিয়াহত
তেনেই শুকাই যায় চতুৰ্দ্দিকে উঠে হাহাকাৰ ;
প্ৰতি পৰ্ব্বতৰ হায় হিয়া দেই পুৰি যায়
জ্বলি উঠে দাবানল—প্ৰকৃতিয়ে পিন্ধে অগ্নিহাৰ ;

ভালেমান গিৰিজাই শুকাই ক্ষীণাই যায়
দেখা পাই ওচৰতে প্ৰলয়ৰ তাণ্ডব নৰ্ত্তন—
তেতিয়াও তুমি আই, শান্তিজল চটিয়াই
নিৰাশাত আশা দিয়া—ধৰি কি যে মূৰতি মোহন !

ভয় নাই বাচাইঁত, আছোঁ মই ওচৰত
দিয়া সান্ত্বনাৰ ৰাণী—অমৃতৰ সৰগী সন্ধান ;
দগ্ধ হিয়া যতমানে শীতলাই সযতনে
বয় চেঁচা পানীধাৰি তোমাৰেই কৰুণাৰ দান।
কিজানি সন্তাপী নৰে কলুষেৰে পূৰ্ণ কৰে
স্নান কৰি দিনে ৰাতি সুপৱিত্ৰ শৰীৰ তোমাৰ
কৰি তুমি সেই ভয় নিৰ্বিচাৰি লোকালয়
এৰি মাতৃ প্ৰকৃতিক কৰা নাই অকলে বিহাৰ।
নতু, বহু যুগ ধৰি দয়া বিতৰণ কৰি
দান কৰি একেৰাহে—জগতক মুক্তিৰ অমিয়া
ভাগৰত ক্লান্ত প্ৰাণ গাই জুৰণিৰ গান
হলা তুমি গঙ্গা আই ! এনে ভাবে দূৰণিবটীয়া।
'মহামায়া পৰ্ব্বত'ত যিবাদৰে মহামায়া
হই আছে অন্তৰ্হিতা দেখি সউ পাপী 'গৰুকটা'
তুমিও সিদৰে নেকি একে দুখতেই আই,
হই আছা জৰ্জ্জৰিতা—মৃদু মন্দ ভাবে প্ৰবাহিতা !
শত ধিক গৰুকটা ! পাপে তোক নাই আঁটা
পাপ মুখ দেখুৱাই কিয় বাৰু আছ থিয় হই ?
বৰগঙ্গা সৰু হই লুকাই লুকাই বয়
তোৰ পাপতেই আজি আনৰো যে হল পুণ্যক্ষয়।
তোমাৰে কৰুণা পোৱা কাষৰে যমুনা চোৱা
কেনে হৰষিতা আই, উল্লাসতে পূৰ্ণ কলেৱৰ—
তোমাৰ মাথোন হায় মনত উলাহ নাই
বিষাদিতা ক্ষীণতৰা পাপৰাশি দেখি জগতৰ।

তলে তলে পাতালেদি যদিও বইছে সোঁত
মহিমাৰ পুণ্যপাত্ৰ—এতিয়াও শূন্য হোৱা নাই ;
আহিলে ওচৰ চাপি সৰ্ব্ব পাপ তাপ নাশি
এতিয়াও দিয়া আই, সকলোৰে হিয়া শীতলাই।
উৰ্দ্ধগঙ্গা, বুঢ়ীগঙ্গা তোমাৰেই ভিন্ন ৰূপ
বই আছে নিৰন্তৰ তোমাৰেই দুটি পুণ্য সুঁতি ;
তোমাৰ করুণা ৰাশি বনৰাজ্য অধিবাসী
পায় আছে সৰ্ব্বদায়—সিসৱৰ প্ৰতি দয়া অতি !
আজি মোৰো মহাপুণ্য জীৱন মানিছো ধন্য
ৰব পাৰি এক্ষন্তেক সুপৱিত্ৰ তোমাৰ তীৰত ;
সুনিৰ্ম্মল সুশীতল পান কৰি গঙ্গাজল
হৃদয় পৰিছে শীত—মহানন্দ মিলিছে মনত।

---

# শাৰদী

ডিঙিত পিন্ধি শেৱালিৰ হাৰ—
নীল আকাশৰ ওৰণি টানি আহি পালে সউ শাৰদী ৰাণী
কঁপিছে মোৰ বীণাৰ তাঁৰ।

সুচিকণ বাট নাই বোকা বালি ;
ধীৰে ধীৰে তাত চলায় ভৰি ৰুণ্ জুন্ জুন্ শৱদ্ কৰি
চাই মোৰ ফালে ওৰণি ফালি।

কৈলাস-কানন সুদা কৰি থই
নিজ মাতৃভূমি হিমাদ্রি দেশ চাবলই আহি চেনেহী বেশ
সন্তানৰ পূজা হেপাহেৰে খাই।

যৌতুকীয়া দেশ মোৰ কামৰূপ
ইয়াতো আয়ে দিছে ভৰিধূলি বাজ মোৰ বীণ জয় মাতৃ বুলি
বাজে শঙ্খ ঘণ্টা, জ্বলে দীপ ধূপ।

শাৰদী সোণত সুৰগা মিলাই
লখিমী আয়েও বৈকুণ্ঠ এৰি অঞ্চল দোলাই আহিছে লৰি
ধানৰ খেতিৰ জেউতি চৰাই।

বিৰিন্দাত বাজে শ্যামৰ বেণু—
নাচে তালে তালে গোপিকা প্ৰাণ ভাহি আহে তাৰ আকুল তান
ফুলনিত উৰে ফুলৰ ৰেণু।

জোনায়ে হাঁহে তাকেই চাই
বিলৰ বুকুত লহৰ তুলি কুমুদবালাক চুমিম বুলি
সোণালি সুযোগ থিতাতে পাই।

সম্ভাষো তোমাক শাৰদী ৰাণি!
পীৰিতিৰ এটি বনগীতি গাই শেৰালি তলতে চুমাটি খাই
মৰম মাধুৰী গালত সানি।

কিনো আছে মোৰ দিওঁ উপহাৰ—
নিজ গুণে তুমি নিজে তুষ্ট হোৱা বীণধনি লোৱা, গীত এটি গোৱা
নমোৱা আকাশী সুষমা ধাৰ। ৫২৬

# মদিৰা

নীল আকাশত শুকুলা ডাৱৰে খেলিছে ৰূপালি ভেল,
মোৰ পদূলিত শেৱালী কাঞ্চনে পাতিছে বিয়নী মেল।
শাৰদী জোনায়ে ওৰণি গুচালে ঢুগালে হিমানী সানি
শেৱালী সখীয়ে সাজিছে পাৰিছে আঁৰিছে মুকুতা মণি !
লুইতে এৰিছে যুজাৰুৰ বেশ জিৰণি আকুল হই
কঁহুৱা কোৱঁৰে হিয়া শীতলায় হাতত চোৱঁৰ লই।
বনঘোষা গীত গায় তটিনীয়ে নিজৰাই তোলে পানী—
ভেট কলিটীয়ে মিচিকি হাঁহিছে জোনাকত গুঠিছে বেণী !
লহ্ লহ্ কৰি নাচে দখিনাই ধানৰ খেতিত গই
হাঁহোঁ হাঁহোঁ মুখ আই লখিমীৰ আগত প্ৰদীপ লই।
এনুৱা মধুৰ চন্দ্ৰাৱলী ৰাতি গোঁসায়ে পাতিলে ৰাস
কদমৰ তলত মূৰুলী বজালে গোপিকা চাপিলে কাষ।
তাল তমালেও চেও পৰি ধৰি লগতে তুলিলে তান—
উথলমাথল কালিন্দীৰ জল ষোল হাজাৰৰ প্ৰাণ !
ময়ুৰসকলে পেখন ধৰিলে ময়ুৰী থাকিলে চাই
বনৰে হৰিণী শুনিলে ৰাগিণী সপোন কাহিনী প্ৰায় !
এনুৱা মধুৰ চন্দ্ৰাৱলী ৰাতি উমাই মাগিলে বৰ
সেইটি ছেগতে চন্দ্ৰশেখৰক মদনে হানিলে শৰ।
এনুৱা মধুৰ চন্দ্ৰাৱলী ৰাতি সপোন-কোৱঁৰ আহি
কুৱঁৰী উষাৰ গালত চুমিলে ফুলাই গোলাপ পাহি।

সেই সকলোটি মধুময়ী স্মৃতি অতীজৰ সুখৰেখা
আছে হাঁহি হাঁহি যায় ভাহি ভাহি আঁকি দিয়ে চিত্ৰলেখা।
আজিও জোনায়ে কৰিয়েই আছে মহুৱা-মদিৰা দান
তাৰেই তানত বাজিছে প্ৰাণত যৌৱনৰ জয় গান। ৪৩৬

---

# ভোগালি বিহু

সোণ বৰণীয়া আঁচল উৰাই
চেনেহী লখিমী আই
পথাৰে পথাৰে দিলে পদধূলি
দুখীয়াৰ মুখলৈ' চাই।

পদূলিতে ৰই লাজুকী মালতী
হাঁহিৰে ভৰাই মুখ,
মৰমী দেৱীৰ চৰণতে ধৰি
নিজৰো জনালে সুখ।

জগৎ জননী পতিত পাৱনী
কৰিলে আশীষ দান,—
খেতিৰ ধানেৰে ভঁৰাল ভৰিল
ৰঙেৰে ভৰিল প্ৰাণ!

দুখীৰ ঘৰত হাঁহি বিৰিঙিল
সুখীয়াৰো ৰঙ মন;
লখিমীৰ দান মুঠি মুঠি ধান
আছেনে এনুৱা ধন?

শীতল সমীৰে ঘৰে ঘৰে ফুৰে
ভোগৰ বতৰা কই ;
আজি এটি বাৰ হাঁহি লোৱা ভাই
সকলো বিষাদ থই ।

সহস্ৰ অভাৱ শত প্ৰপীড়ন
সকলো পাহৰি যোৱা ;
আই লখিমীয়ে নিৰ্ম্মালি যাচিছে
মূৰটি দোৱাই লোৱা ।

নিৰ্ম্মালি পাহিয়ে চোৱাচোঁ হাঁহিছে
ভোগালি বিহুটি হই—
ভোগৰ দিনত ৰোগ আঁতৰোৱা
মনৰ উলাহ লই ।

ভোজ ভাত খাই ৰঙ ধেমালিৰে
কটাই সুখৰ ৰাতি
বিহুক আদৰি আনাচো সৱাই
মিলি যত গঞা জ্ঞাতি ।

হিংসা দ্বেষ হাই পুৰি হক ছাই
জ্বলক সহস্ৰ মেজি—
ভোগালি বিহুৰ ভোগা স্বৰ্গসুখ
পাৰ্থিব বাসনা তেজি ।

গোৰেশ্বৰ ৬৩৩

---

# বালিচৰ

ৰূপোৱালি বালিচৰ সুবিশাল মনোহৰ লুইতৰ বিশাল বুকত
জিলমিল ৰূপৰেখা দিলে কোন চিত্ৰলেখা ৰদালিৰ ৰিহা-আঁচলত !
আদি নাই, অন্ত নাই, বালি মাথোঁ দেখা যায়, চাহাৰাৰ ক্ষুদ্ৰ তাণ্ডৱণ—
লোকালয় বহু দূৰ নিৰ্জনৰ ৰম্যপুৰ প্ৰকৃতিৰ অনন্ত-ভৱন !
কুল্ কুল্ জুৰ্ জুৰ খৰালিৰ থীন সুৰ বীণ বাজে জলকুৱঁৰীৰ—
গীত শুনি ভোল গই লুইতে জুৰণি লয়, ভাগৰুৱা অৱশ শৰীৰ !
সোঁতে সোঁতে নাচি ফুৰা উঠি আহি কাছ দুৰা লেথি লেথি কণী পাৰি যায় ;
নাম গাই নাৱৰীয়া উলাহত মতলীয়া নাও বান্ধে বালিচৰ পাই।
বালিতেই খুটি মাৰি ভাত খাই ৰান্ধি বাঢ়ি বালিতেই ৰাতিটো কটায়,
বজাই ৰঙৰ শিঙা পুৱাতে মেলিব ডিঙা লঙ্কাৰ বণিজ কত পায় !
চামে চামে বালি ভৰা ঠায়ে ঠায়ে ওখ গৰা ঝাও গছ বিৰিণাৰ দৰা,
নল খাগৰিৰ দেশ, তাৰো যেন নাই শেষ পালে পালে বাঘ-পহু-চৰা।
জাউৰীয়া মাছবোৰে নাহুৰি সাঁতুৰি ফুৰে উলাহতে পানী যুৱলীত—
নাৰ বাত দৰিকণা পাভ মোৱা চেংকণা সকলোৰে মহাহৰষিত !
বগা কৰি বগলিয়ে উৰি উৰি পৰ দিয়ে, জপ কৰে একাঠু পানীত
গঙাচিলনীৰ জাক ঘূৰি ঘূৰি দিয়ে পাক, কুৰুৱাই মাতে দূৰণিত।
শাৰি শাৰি ওখ গিৰি নিলগত শোভা কৰি আকাশৰ লগত মিলিছে,
নিৰ্জনৰ বালিচৰে বৰুণেৰে তপনেৰে কত খেল নীৰলে খেলিছে !
কোৱঁৰ লুইতে গই জলকুৱঁৰীৰে ৰই পাতালৰ অন্তেসপুৰত
শামুক-শঙ্খেৰে গঢ়া শেতেলিত মনোহৰা মতলীয়া সুখ-সম্ভোগত।
মহাবাহু লুইতৰ শেষ হলে বিশ্ৰামৰ বীৰ বেশে ওলাই আহিব
বাৰিষাই দিলে ডাক নুশুনিব কাৰো হাক ভীমনাদে গৰজি উঠিব।

লৰ দিব বাহু দাঙি দুয়ো পাৰ ছিঙি ভাঙি নাচি নাচি ফেনেফোটোকাৰে
নাথাকিব এই পট, উটি যাব কোন কত, বালিচৰ বুৰাৰ সাগৰে।
বুকুত ফুটিব ডকা ঘূৰিব পানীৰ চকা চাকনৈয়া ওভটনি বব
যমদূতে লব ঠাই কাৰো তাত ৰক্ষা নাই বালিচৰে যমপুৰি হব।
আজিৰ সকলো কথা বিস্মৃতিত ৰব গথা, প্ৰকৃতিও হব সংহাৰিণী;
জলৰ কুৰঁৰীসৰে চিঞৰি ভৈৰৱ ৰবে মুক্তকেশী সাজিব যোগিনী।
আজিয়ে বেহাম বেহা থাকোতে মানৱী দেহা, জীৱনেই বালিচৰ মোৰ,
নাভাবোঁ কালি'ৰ কথা মৰণৰ শত ব্যথা ভাবিলেও নাই তাৰ ওৰ।
বেলিৰ কিৰণ পৰি নাচে তিৰবিৰ কৰি বালিচৰ পূৰ্ণ জেউতিত,—
বাজক হৃদয় বীণা আজিয়ে জগৎ-জিনা হিয়া মোৰ হক উদ্ভাসিত!

স্কাইট জাহাজ ২৭।১।২৪

---

# সংহাৰৰ সুৰ

[ ৪।৪।৩৩ৰ দিনা মঙলদৈৰ ভীষণ অগ্নিকাণ্ড দেখি। ]

মানুহৰ ক্ষমতা কিমান চাই লোৱা প্ৰত্যক্ষ প্ৰমাণ
মানুহৰ গৰ্ব্ব অহঙ্কাৰ, মানুহৰ মিছা অভিমান—
ছাই হই পুৰি যায় ধূলি হই উৰি যায়,
ঈশ্বৰৰ মহিমা মহান—এক মাথোঁ তেৱেঁ শক্তিমান।
জ্বলে সউ কাল অগ্নিশিখা লেলিহান লোল জিভা মেলি
প্ৰলয়ৰ শত শত—ৰক্ত পদ্মপুষ্প উঠে নিজে ফুলি,
সংহাৰৰ সুৰ তুলি উল্লাসতে বম্ বম্ বুলি
খাণ্ডব দাহন দেখি—তাণ্ডব নৰ্ত্তনে সউ নাচিছে ত্ৰিশূলী।

অট্টালিকা সুন্দৰ দালান মনোহৰ পুষ্পক উদ্যান
জিলিকি আছিল হায়—কত দিন যুগযুগান্তৰ
ৰাশি ৰাশি সোণ ধন স্তূপীকৃত অমূল্য ৰতন
নিমিষতে ধ্বংস হয় পৃথিবীৰ অলকা নগৰ।
মহাকাল হনুমানে প্ৰবেশি অশুভ ক্ষণে
দহিলে সোণৰ লঙ্কাপুৰ, চতুৰ্দ্দিকে উঠিল ৰোদন—
আচম্বিতে কিনো হল মহাশক্তি কত বল
নিৰুপায় প্ৰতাপী ৰাৱণ, কিবা সাধ্যে কৰিব বাৰণ !
যুগে যুগে এনে দৰে কত শিক্ষা পালে নৰে
লীন হল ৰোম ৰাজ্য সভ্যতাৰ শিখৰৰপৰা
একে গতি মিছৰৰ আৰ্য্যাৱৰ্ত্ত, ভাৰতৰ
উঠিল পতন কত—ধ্বংস হল কত বসুন্ধৰা !
সাগৰৰ বুকত নগৰ নগৰৰ অঠাই সাগৰ
ভঙা-পতা নীতি প্ৰকৃতিৰ চলি আছে সদা নিৰন্তৰ ;
ভূমিকম্প ধুমুহা প্লাৱন সংহাৰৰ মূৰতি ভীষণ
বুজিও নুবুজে কিয় হায় সীমাৱদ্ধ শক্তি মানৱৰ !
ইমানতো হে মানৱ ! কৰিবানে শক্তিৰ গৌৰৱ
পাৰিবানে সদায় সমানে ৰবলই বুকু ফিন্দুৱাই ?
ক্ষুদ্ৰ তুমি শক্তিহীন বল দৰ্প যত হক লীন
ভগৱান ! তুমি শক্তিমান ইচ্ছাপূৰ্ণ কৰিবা সদায় !

---

# যাত্ৰী

( ১ )

পোনতে যিদিনা মই অকলশৰীয়া
আহি পালোঁ শিশু ভাৱৰীয়া
ভৱ নাট্য-মঞ্চ ;
মাতৃস্নেহ মন্দাকিনী বলে কুলু কুলু
তাতে মই প্ৰথমে পশিলোঁ
দুয়ো পাৰে মায়াৰ ছায়াত, ফুলিছিল মাগধী মালঞ্চ

( ২ )

শুৱনী ধৰণী :—
কত জ্ঞাতি পৰিজন সকলোৰে ৰঙত মগন
হৰষিত জনক জননী
সুমঙ্গল মোৰ আগমনী !

( ৩ )

কাল সাগৰত নাচে উলঙ্গ তৰঙ্গ
উৰি যায় সময় বিহঙ্গ ;
অন্ত হল শৈশৱৰ খেলা
যৌৱনৰ মদন মন্দিৰ, পালোঁহি মোহন মেলা
ৰজা তাৰ অবুজ অনঙ্গ ।

( ৪ )

মোৰ দৰে যাত্ৰী কত আহি দলে দলে
আনন্দত হল মতলীয়া—
দুই চাৰি জনে তাৰে মোৰ সতে মিলি
বন্ধু ৰূপে হল লগৰীয়া ।

( ৫ )

হিয়াৰ চেনেহ প্ৰীতি দিলে দান গালে গীতি
তাতে যেন গলোঁ উটি,
সম্মুখত উপবন ভৰা ফুলে-ফলে ;
তাৰে এটী ভাৱৰীয়া হল ঘাই লগৰীয়া
হলোঁ ছুয়ো নাৱৰীয়া
দিলে সপি জীৱনৰ জোনালি-যামিনী ;
নন্দনৰ কুঙ্কুম-চন্দন স্বৰগৰ সুধা-বিলনীয়া
জীৱন-সঙ্গিনী তেৱে মানস-মোহিনী,
নীৰস হিয়াত মাধুৰীৰ সোঁত বলে !

( ৬ )

কিন্তু হায় চিৰ দিন নাথাকে বসন্ত,
গ্ৰীষ্ম আৰু বৰষাৰো থাকিব ভৰসা,
শৰতৰ শেৱালি ফুলিব—আহিব হেমন্ত
লখিমীৰ অঞ্চলে নাচিব
শীতেও গাবহি গীত, কঁপাব দিগন্ত ;
ই যে হায় সংসাৰৰ নীতি—
ভাগ্যচক্ৰ মানৱৰ ঘূৰে অবিৰাম—চঞ্চলা নিয়তি !
হল মোৰ ছুদিনীয়া যৌৱনৰ অন্ত !

( ৭ )

লয় হল মধুময়ী প্ৰিয়াৰ গালৰ ভৰি থকা সুধাৰ সঁফুৰা ;
ক্ষয় হল ইৰাণৰ আঙ্গুৰবালাৰ যত মানে সৌন্দৰ্য্য ঐশ্বৰ্য্য
পৰি গল হাতৰ পিয়লা ;
নয়নত নাই আৰু বিজুলী চাৱণি—প্ৰণয়ৰ মউ-ৰহঘৰা
কিহে মোৰ কৰিব উতলা !

( ৮ )

বসন্ত এবাৰ গলে বছৰৰ শেষ হলে
ভুমুকি মাৰিব পুনু শীতৰ শেষত,
লুইতৰ বৰ্ষা যায় ঘূৰি আহে পুনৰায়
কিন্তু, মোৰ যৌৱন-বসন্ত এবাৰতে কাললই অন্ত
শেষ হল নাই আৰু এই জীৱনত !

( ৯ )

জৰাগ্ৰস্ত যজাতিৰ প্ৰায় মযো আজি অলৰ অচৰ হায় !
ভাগ্যবান নহওঁ সিমান—
নাহে ঘূৰি হেৰোৱা যৌৱন, ভাবি ভাবি অতীত-মগন
কত হল লীন
লৰালিৰ—ডেকালিৰ—সোণোৱালি দিন
চকুলো বাগৰি যায় !

( ১০ )

যত মানে যাত্ৰী আৰু জীৱন লগৰী
বান্ধিছিলো যাৰ স'তে মৰমৰ জৰী,
সংসাৰৰ ধুমুহাত পৰি মোহময় আৱৰ্ত্তত ঘূৰি
নুবুজিলোঁ কেনি হায় গল কাৰ তৰী,
কোনে মোক জনাব বাতৰি !

( ১১ )

মোৰো এই আকুল তৰণী—
মায়াত ব্যাকুল হই দিশ হেৰুৱালোঁ
অন্ধকাৰে ঢাকিছে মেদিনী চাৰিফালে বিপদ-জাননী !

( ১২ )

বুৰোঁ বুৰোঁ ভোগে-ভৰা নাও—
এফেৰি মাথোন দেখোঁ পুণ্যৰ পোহৰ

সুদূৰৰ সান্ধ্যতৰা পথ-প্ৰদৰ্শক
তাকে চাই ধীৰে আগুৱাওঁ।

( ১৩ )

অজান দেশৰ যাত্ৰী,
কেনি ৰব মৰমৰ পিতৃ মাতৃ ভ্ৰাতৃ ?
মহাকাল শঙ্কৰৰ নৃত্য ভয়ঙ্কৰ
মহাশ্মশানৰ পৰা ডম্বৰু বজাই
প্ৰতি মুহূৰ্ত্ততে মোক মৰণৰ বতৰা জনায় !
ছিগি যায় জীৱনৰ তন্ত্ৰী,
শেষ হয় তান সুমধুৰ গান ;
মোৰ দিবা অৱসান—
মৰণতে জীৱনৰ পুণ্য শিৱৰাত্ৰি।

( ১৪ )

যিদিনা বুৰিব নাও
মাৰ যাব বেলি নানা খেলা খেলি
কোনে মোক সেই দিনা বজাই মোহন বীণা
যুগমীয়া থকা ঠাই দিবগই দেখুৱাই
লই যাব লগে লগে ওপৰলে' তুলি ?
—জানো সেয়ে বিভু নাম বুলি।

( ১৫ )

হেলাতে গইছে বেলা জীৱনৰ দিন
দিনে ৰাতি বাজে মাথোঁ কামনাৰ বীণ,
তথাপিতো বৰ আশা আছে অন্তৰত
মুদিম যিদিনা চকু, গন্তব্য পথত

গাই গাই যেন সেই মধুময় বিভু নাম
পাওঁ গই শেহন্তৰে শান্তিভৰা সত্যধাম। ২০২১

# আবিছিনিয়া

কাফ্রি দেশ আফ্রিকাই আঁচলত বান্ধি
ৰাখিছিল মহাগৰ্ব্বে বুকুত সুমাই
স্বাধীনতা—এটি মাথোঁ শ্যমন্তক মণি,
পোপৰ দেশৰ থকা যীশুৰ ধৰ্ম্মই
পাপৰ বিষাক্ত বাষ্প বৰ্ম্ম গাত লই
হৰি নিলে কামানৰ জ্বলাই অগনি!

জগতৰ সভালই দুই হাত তুলি
হাৱ্ছী ৰাণীয়ে কত কৰি অনুনয়
ভাবিছিল পমি যাব মানুহৰ হিয়া;
নুবুজিলে তেতিয়াও হতভাগিনীয়ে
মানুহ নামেৰে এই অদ্ভুৎ পদাৰ্থ
স্বাৰ্থৰ বাহিৰে তাৰ একো নাইকিয়া।

আদ্দিছআবাবা হল পৰপদানত
চকুলোৰে ধাব বলে হাৱ্ছী সম্ৰাটৰ
কাতৰ বিননি গল বতাহত উৰি,
ক্লীৱত্ব সাৰথি লই বল জাতিসঙ্ঘ
ইয়াকেই বোলে ধৰ্ম্ম কুৰি শতিকাৰ
ৰণচণ্ডী কৰে নৃত্য খড়্গ তুলি ঘূৰি।

বিজয়ী পাশ্চাত্য আজি খাণ্ডা ঝাণ্ডা তুলি
নিনাদিছে কোটি কণ্ঠে চণ্ডিকাৰ জয়
অৰণত বুদ্ধ যীশু কৃষ্ণ মহম্মদ ;
কোনে কয় কিবা হয় শেষ পৰিণাম
কেতিয়া শুকাব এই লোহিত সাগৰ
লভিব জগতে তাত অমৃতৰ হ্রদ ? ১৯৩৬

---

# সোণৰ হৰিণা

কোন তুমি ব্রহ্মচাৰী ঋষিৰ কুমাৰ ধনুর্ব্বাণধাৰী
দিনে ৰাতি অৰণ্যৰ পৰ্ণ কুটিৰত জাগ্রত প্রহৰী ?
সুশোভিতা পঞ্চৱটী হল ভাগ্যৱতী পদৰজ লই,
চৰণ ধুৱাই যাৰ কুলু গীতি গায় গোদাৱৰী নই।
দেখি যাৰ ব্রহ্মতেজ ক্ষত্রিয় শকতি হই কম্পমান
সিংহ বাঘ বনচৰ আছে যতমান সশঙ্কিত প্রাণ !
যক্ষ ৰক্ষ দণ্ডকৰ দুৰ্দ্দান্ত যিমান কৰিছা শাসন
চিনিছো চিনিছো দেৱ, ৰাজপুত্র তুমি, দেৱতা লক্ষ্মণ।
অযোধ্যাৰ পিতৃভক্ত শ্রীৰামচন্দ্রই ত্যজি সিংহাসন
বাকলি বসন পিন্ধি ওলাল যিদিনা লভি শুভক্ষণ
তুমিও ওলালা দেৱ, ৰামৰ সেৱাতে উছগি জীৱন
জয় ৰাম-সীতা বুলি দিলা দলিয়াই ৰত্ন আভৰণ।
দেৱ দেৱী দুজনাৰে যুগল চৰণ ভাবি লক্ষ্য-তৰা
এক ধ্যানে এক প্রাণে পূজিছা নিতউ সিদিনাৰে পৰা।

মাটিত যাগৰি ৰল উৰ্ম্মিলা তোমাৰ গুণৱতী সতী—
কিনো সতে পাষাণেৰে বান্ধিলা হৃদয় নাচালা উলটি !
বোধনৰ শঙ্খধ্বনি হোৱাৰ পিছতে বিয়াৰ ঘৰত
বিজয়াৰ হাহাকাৰ অতি আচম্বিতে বাজিল প্ৰাণত।
যৌৱনৰ দেৱতাই অলক্ষিতে চাই দিলে অভিশাপ—
আধা ফুলা ফুলপাহি কৰি অনাদৰ পাবা মনস্তাপ।
উৰ্ম্মিলাৰ উৰ্ম্মিমালা ৰুদ্ধ হৃদয়ৰ কোনে কৰে ৰোধ
বিধাতাই নিজহাতে নিৰ্ম্মম লক্ষ্মণ ! লব প্ৰতিশোধ ।
অনাহাৰে অনিদ্ৰাই কত বৰ্ষ ধৰি ৰখি আছা যাক
পাৰিবানে এইদৰে ৰাখিব সদায় ৰামৰ সীতাক ?
মিচিকীয়া হাঁহি মাৰি সউ নিয়তিয়ে কৰিছে ৰচনা
উপেক্ষিতা উৰ্ম্মিলাৰ লই অশ্ৰুধাৰ সোণৰ হৰিণা।
জীৱনৰ এটি মাথোঁ ভুলৰ নিমিত্তে পাবা প্ৰতিফল
অত যত্ন, অত চেষ্টা, অত পৰিশ্ৰম সকলো বিফল !
তাৰেই নিমিত্তে মাথোঁ কান্দিব ৰাঘৱে কান্দিব সীতাই
শক্তিশেল লই সউ ৰাক্ষস ৰাৱণে আছে বাট চাই। ৯৷৩৷৩

---

# এডোৱাৰ্ড ৰজা হল

—১—

সাগৰৰ সিপাৰত
মন্ত্ৰী মণ্ডলৰ কূট কৌশলত
কোনে কয়—এডোৱাৰ্ড ৰজা ভঁগা গল ?

মই কওঁ—

বিশ্ব-জগতৰ যুগ-যুগান্তৰ

মহাপ্ৰাণ এডোৱাৰ্ড আজি ৰজা হল !

—২—

যি ৰাজ্যত নাই বেলিমাৰ

সেই ৰাজ্য—

বিপুল সাম্ৰাজ্য অতুল ঐশ্বৰ্য্য

হেলাৰঙে হাঁহি হাঁহি কৰি পৰিহাৰ

এডোৱাৰ্ডে বিশ্বৰাজ্য কৰে অধিকাৰ।

—৩—

সামান্যা ৰমণী,

নোহে অভিজাত কুল-গৰ্ব্বিণী—লভি প্ৰণয়িণী

উপলক্ষে যাৰ—

নন্দনৰ মন্দাৰৰ মালা—ইন্দ্ৰৰ ইন্দ্ৰত্ব

পদাঘাতে কৰি চূৰমাৰ ;

অভিষিক্ত এডোৱাৰ্ড প্ৰেমৰ পূজাৰী

নোহোৱা সামান্যা তুমি—ধন্যা নাৰী

মৰ্ত্ত্য-অপেশ্বৰি !

—৪—

পুৰোহিত দিছে বিসৰ্জ্জন

নালাগে বিছপে গাব মন্ত্ৰ-আবাহন,

টোপধ্বনি ৰাজসন্মানৰ

কৌটি সৈনিকৰ বৃথা আড়ম্বৰ

গোজৰণি বৃটিছ সিংহৰ

অভিষেক আয়োজন—নাই প্ৰয়োজন।

—৫—

ৰূপালি জয়ন্তী চাই স্বৰ্গী' সম্ৰাটৰ
আৰু কত উচবৰ শত পয়োভৰ
যি বীণত নুঠিল কঁপনি
সেই বীণা মোৰ
আপুনি উঠিছে বাজি—আনন্দ-বিভোৰ !

—৬—

জয়ী তুমি যৌৱনৰ জাগ্ৰত দেৱতা
বিশ্বে গায় বিজয়-বাৰতা,
ৰাজ্যলোভী পাশ্চাত্যক কৰি উপহাস
অভিনীত হয় জগতত
ত্যাগৰ গৰিমা দীপ্ত প্ৰাচ্য ইতিহাস ।

—৭—

বাস্তৱত কবিৰ কল্পনা
দিঠকত স্বপ্নময়ী সোণালি সাধনা
যি ৰাজ্যৰ কবি অধিকাৰী
সসাগৰা পৃথিবীৰ ৰাজ-ৰাজেশ্বৰে
সেই ৰাজ্য পালে আজি সহজে বিচাৰি ।

—৮—

সবাৰো উপৰি মানুহ সত্য—তাৰ ওপৰত নাই
বুজিব পাৰি এই মহাসত্য
ৰাজদণ্ড দিলে দলিয়াই ;
মতলীয়া মোৰ হিয়া—আজি তাকে চাই ।

—৯—

বিজয় প্ৰশস্তি ৰচি মধুৰ ছন্দেৰে
মালা গাঁথি অভিনন্দনৰ
ফোঁট সানি জাতি চন্দনৰ
উলাহত হই বিয়াকুল চাপি আহাঁ যত কবিকুল !
মৰতত ফুলোৱাহি পাৰিজাত ফুল।

—১০—

ভকতিৰ পাদ্য অৰ্ঘ্য লই
সম্মিলিত হোৱা যত সৌন্দৰ্য্য-সাধক !
এই উচবৰ—জয়গান গোৱা হে গায়ক !
সোণালি আখৰে লিখা বুৰঞ্জী-লিখক !
বিধাতাৰ লভি শুভ বৰ
গৌৰৱৰঞ্জিত কৰি মদনৰ ফুল্ল পঞ্চশৰ
এডোৱাৰ্ড ৰজা হল বিশ্বজগতৰ
অবিনাশী এই ৰাজ্য সকলো যুগৰ ! ১০১৬

---

# নীৰলা দাউনী

( ১ )

দূৰ পৰ্ব্বতৰ নামনিত সোণবৰণীয়া ধাননিত
অকলশৰীয়া সউ মিকিৰ জীয়াৰী—
গুণ গুণ কৰি কিবা গায় হাঁহি হাঁহি চোৱা ধান দায়
—যোৱা ধীৰে, ৰোৱা নতু চোৱা চকু ভৰি।

অকলই দায় আৰু মুঠি মুঠি বান্ধে পকা ধান
নিজকে তোষিছে গাই সপ্তমত বিষাদৰ গান ;
সেই সঙ্গীতৰ ধ্বনি পৰ্ব্বতত আহে ঠেকা খাই—
পৰ্ব্বত ভৈয়াম যত সকলোকে নিয়ে উটুৱাই !

( ২ )

চাহাবাৰ বুলবুল গীত পথিকৰ কাঢ়ি নিয়ে চিত
যিদৰে কাণত কৰে মউ বৰিষণ—
মউসনা মাতে তাতোকই নমোৱায় মন্দাকিনী নই
তাপিত প্ৰাণত কৰে শান্তি বিকীৰণ !
কবিয়ে কল্পনা কৰা অমৰৰ হৈম্যপুৰি তাৰো
সুদূৰ সৌন্দৰ্য্যধাম নন্দনৰ বিনন্দৰাজ্যৰো
কোকিলৰ কাকলিকো বসন্তৰ পোন-পাতনিত
ইমান লাৱণি গীতে অচিৰতে কৰে পৰাজিত !

( ৩ )

কোনে কব কিহৰ আশাৰে কিনো গায় নুবুজা ভাষাৰে
বেজাৰৰ বনগীত গাইছে সন্তৰ ।
অতীজৰ কিবা শোকগথা যুজ বাগৰৰ নানা কথা
গাইছে কিহবা গীতি কিনো অভিনৱ !
কিম্বা, আজিৰ দিনৰ গায় কিবা জীৱন সঙ্গীত
হৃদয় তন্ত্ৰীত বজা দেহা মন কৰা জৰ্জ্জৰিত !
গায় কিনো মৰ্ম্মাহত শোক-গীতি অলপো নৰই
হই যোৱা জীৱনৰ হব পাৰে আৰু আগলই !

( ৪ )

সুললিত সেই সঙ্গীতৰ অন্তহীন মধুৰ লহৰ
যিয়েকি নহক গোৱাৰ বিষয় তাৰ—

গীত গোৱা ধান কটা আৰু দেখা পালোঁ গুৱনী গাভৰু

হাতত কাচিৰ স'তে অতি চমৎকাৰ !

পৰ্ব্বতীয়া বাটে বাটে গই গই থাকোতেই মই

শুনি ৰূপহীৰ গীত হই ৰলোঁ তেনেই তন্ময়।

বহু দিন অন্ত হল আঁতৰিল সপোন-কুঁৱৰী

আজিও কাণত বাজে ৰই ৰই সঙ্গীত-লহৰি ! ২০৷১৷

---

# সেউতী

চালোঁ মই ৰেহৰূপ

যেতিয়া সেউতী সেই নিচেই অকণি;

পুৱাৰ উষাৰ নিচিনা সুন্দৰী

উজ্জ্বল বিমল অমিয়া মাধুৰী

কিম্বা বসন্তৰ নিয়ৰ নিজৰি

হই যেন মূৰ্ত্তিমতী কৰিছে গুৱনী,

গন্ধৰাজ গোলাপেৰে

খেলা কৰি কুসুমেৰে হৃদয় এখনি।

যোল বছৰীয়া পুনু

দেখা পালোঁ সৰগৰ সুনন্দা সুন্দৰী,

নতুন যৌৱন উঠিছে উথলি

সৌন্দৰ্য্যৰ ৰাণী বসন্ত পাগলী

কণক প্ৰতিমা কৰে জিলিমিলি

ওঠত সঙ্গীত প্ৰেম-মদিৰা বাগৰি ;

বহুতৰ হেপাহৰ,

এজনৰ হৃদয়ৰ হল পটেশ্বৰী।

বছৰ আহিল গল
চালোঁ মই কেনে হয় সেই পটখনি,
কলিটিয়ে ফুলি ফুলপাহি হল
তাৰেপৰা পুনু মনোহৰ ফল
সুন্দৰ সুগন্ধি উদ্দীপ্ত উজ্জ্বল
কোলাত কেচুৱা লই চেনেহী জননী ;
পৰমা মহিমাময়ী
তেতিয়াহে শুৱনীৰো অতিকৈ শুৱনী।
দেখা পালোঁ পুনুবাৰ
সেয়ে মোৰ শেষ দেখা মৰণ শয্যাত,
চাৰিফালে তাৰ সৰগী পোহৰ
শিতানত শোভে পৰম ঈশ্বৰ
বিতৰে অমিয়া নেদেখা দেশৰ
নাই যে ভাবনা চিন্তা পুণ্য প্ৰেৰণাত ;
তেতিয়াহে যেন মই
দেখা পালোঁ স্বৰগৰ দেৱ পাৰিজাত। ১৭।২।৩

---

# উৰ্ব্বশী

তপভ্ৰষ্ট কৰি সংসাৰী সজাব' সৰগ কামিনী কুল
আগত যেতিয়া হল উপস্থিত লই কাম-পদ্ম ফুল ;
মিচিকি হাঁহিৰে স্ৰজিলে যোগীয়ে বিশ্বৰ সৌন্দৰ্য্য লই
ৰূপৰ গৰিমা কণক প্ৰতিমা বোৱাই প্ৰেমৰ নই।
দেখি সম্মুখত সন্মোহিনী পট লাজতে দোৱাই মুৰ

দেৱতা-প্রেৰিত অপ্সৰাসকল পালেগই সুৰপুৰ ।
যোগৰ বলত দিলে যোগীবৰে ত্রিলোক-অমিয়া সানি
দিক বিদিকত বিলালে জেউতি উৰ্ব্বশী স্বৰ্গৰ ৰাণী ।
ম্লান পৰি গল মদনৰ মুখ লাজতে লুকাল ৰতি—
জিলিকি উঠিল ভুৱনমোহিনী উৰ্ব্বশী স্বৰ্গৰ নটী ।
কোৱাচোন দেৱি, হেৰা শৈলবালা, তুমিয়ে নোহোৱা জানো
অপ্সৰাৰ ৰাণী সেই উৰ্ব্বশীয়ে—নাই ভেদ কণমানো ।
মেঘবৰণীয়া চুলিটাৰ মেলি বিলোৱা যেতিয়া মউ
মন্দাকিনী নই বিকম্পিতা হই উথলায় শত ঢউ ।
নন্দনত তুমি ফুল চন্দনেৰে অমৰৰ সতে খেলি
প্রেমৰ কম্পন তোলা যে বিশ্বত নেপূৰৰ ধ্বনি তুলি ।
কোৱাচোন দেৱী ৰূপহী উৰ্ব্বশি, কিকাৰণে বাৰু তুমি
নিত্যানন্দ ধাম অমৰ আলয় ত্যজিলা স্বৰগভূমি ?
কিয় আমুৱালে স্বৰগৰ সুখে অমৃত ভাবিলা বিহ
দেৱতাৰ সভা নন্দনৰ শোভা কিয় বা ভাবিলা নীহ ?
নোহোৱানে সেই অপ্সৰাৰ ৰাণী বিশ্ববিমোহিনী নাৰী
শত তাপসৰ তপভঙ্গ কৰা প্রেমৰ মোহিনী মাৰি ?
যাৰ প্রভাৱত তপোবন গুচি হয় প্রেম-মণিকূট
যাৰ অভাৱত উদ্যান শ্মশান—মহিমা যে অদভূৎ !
দেৱৰাজে নিজে শচীকো নেওচি মজে যাৰ প্রণয়ত
নোহোৱানে তুমি সেই উৰ্ব্বশীয়ে কিনো ব্যথা হৃদয়ত ?
আজি কিনো হেতু লুইতৰ বুকু সাৱটিছা এক মনে
অব্যক্ত ভাষাৰে মৰ্ম্মভেদী সুৰে কি গীত গাইছা ঘনে ?
কিবা অপমান, কিবা অভিশাপ, কিয় হলা স্বৰ্গভ্রষ্টা ?
মৰতৰ স্বৰ্গ নলাহি বিচাৰি যদিওবা শাপগ্রস্টা ।

এতিয়াও আছে ত্ৰৈলোক্যমোহিনী লাহবেশ ৰূপকান্তি,
হলেও পাষাণী সৌন্দৰ্য্যৰ ৰাণী তাপিতক দিয়া শান্তি।
এতিয়াও আছে যৌৱন-গৌৰৱ মদন-মদিৰা ভৰি
সেন্দূৰী গালত চুমাৰ সৌৰভ প্ৰেমিক বলিয়া কৰি।
আকাশৰ পৰা দেৱতাসকলে পৰাণ-প্ৰতিমা জুমে
আজিও প্ৰেমিক সুধাকৰে আহি গালত কতনো চুমে!
পৱনেও আহি লুইতৰ ঢৌত ৰিহাৰ আঁচল টানে—
লোহিত-মোহিত সন্ধিয়া তপনে প্ৰীতি-পৰিমল সানে।
পুৱাৰ অৰুণে কোৱঁৰ বৰুণে মাগেহি চেনেহ-বিন্দু
প্ৰেমৰ আৰতি কৰি তোমাৰেই উথলায় প্ৰেমসিন্ধু।
তথাপিতো তুমি অলৰ অচৰ ওঠৰ কঁপনি নাই—
প্ৰণয়ীজনক নিৰাশ কৰিলে হৃদয় বিদৰি যায়।

বুজিলোঁ ধুৰুপ দুৰ্ঘোৰ কলিত এৰিলা ৰূপৰ বেহা
ৰূপ-গৰৱিণী হই সন্ন্যাসিনী পৱিত্ৰ কৰিছা দেহা।

সত্যৰ যুগত স্বৰ্গীয় প্ৰেমৰ খেলিলা বিবিধ খেলা
তুলিলা হিল্লোল অমৰাৱতীত ৰূপৰ মোহন মেলা।

ভাবনা লাগিল সত্য আঁতৰিল আহিল যেতিয়া কলি
জানোচা পৱিত্ৰ স্বৰ্গীয় প্ৰেমত পৰে কলুষৰ মলি!

প্ৰেমময়ী বেশ নাৰাখিলা লেশ কামক কৰিলা শেষ
তথাপিতো দেৰি, স্বৰ্গীয় দীপ্তিত লগা জ্যোতিৰ্ম্ময়ী বেশ!

সমুখতে লই গিৰি ভস্মাচল কামজয়ী মহেশক
পূজিছা সদায় পুণ্য গীতি গাই পান কৰি পাদোদক।

ব্যাঘাত জন্মাই বুলি কোনো জনে দিনে নিশা আছে চাই
ত্ৰিশূলধাৰিণী শৈলশিখৰিণী ভুবনঈশ্বৰী আই।

অনন্ত শয়ন ত্যজি নাৰায়ণ নিশ্চয় উঠিব দেৰি,
নকৰিবা ভয় তোমাৰেই জয় উদিব ভাগ্যৰ ৰবি।
কামক দমন ইয়াতে সাধন কামৰূপ পুণ্য স্থান
কৰি ৰিপুজয় শোভি ইন্দ্ৰালয় পুনৰ জুৰিবা গান।
দেৱতাৰ পুনু আনন্দ বাঢ়িব নন্দনে হাঁহিব পাই
প্ৰাগজ্যোতিষৰ মহিমা বাঢ়িব বিজয় সঙ্গীত গাই।
দেৱাঙ্গনাসৱে আদৰি নিবহি মঙ্গল উৰুলি কৰি
সত্যকালে আহি দেখা দিব হাঁহি কালৰ কলুষ হৰি।
নিজে দেৱৰাজে বান্ধিব সলাজে তোমাৰ মেখালি খোপা
সৰগে মৰতে ফুলিব সৰাতে প্ৰেম-পাৰিজাত জোপা। ৭।১।১৩

# ডালিমী

আন্ধাৰ নগাৰ ঘৰ পোহৰোৱা বন্তি
ভোটা তৰা নগা পৰ্ব্বতৰ,
পৃথিৱীত শাপগ্ৰষ্টা অপেশ্বৰা আহি
বিতৰিলা অমিয়া স্বৰ্গৰ।

বনৰ চৰাই পহু হল লগৰীয়া
প্ৰকৃতিৰ স্নেহৰ সন্তান—
জুৰিৰ পাৰত থকা শিলনিত বহি
এক ধ্যানে শুনা ঈশ গান।

প্ৰকৃতি গাভৰু হলে বসন্ত কালত
হোৱা তুমি তেনেই বাউলী
পখিলাৰ পাছে পাছে লৰৰি ধাপৰি
মলয়াত মেলি দিয়া চুলি।

কোচ ভৰি লোৱা ফুল আঁজলি আঁজলি
খেলা কৰা ফুলমালা লই,
ভৰিৰ তলত হাঁহে আদৰমালতী
উলাহত মূচকচ গই।

তোমাৰ কণ্ঠৰে গীত আওৰাই লই
পখীবোৰে জুৰি দিলে গান—
চৌপাশৰ তৰুলতা উঠিল মুঞ্জৰি
মতলীয়া যুগল পৰাণ।

তোমাৰ হাঁহিকে শুনি পৰ্ব্বতে হাঁহিলে
পখিলায়ো ৰঙতে উৰিলে,
তোমাৰ পৰশ পাই ফুলকুৱঁৰীয়ে
উলাহেৰে ওৰণি দাঙিলে।

হিয়াভৰি প্ৰকৃতিক মৰম বিলালা
সুৰম্য কৰিলা ৰম্য ঠাই,
আকাশৰপৰা চালে দেৱতাই জুমি
সলাজেৰে যত অপ্সৰাই !

'খোপাত পিন্ধিলা তুমি বিজুলীৰ ফুল
কাণত পদুমৰ কেৰু—
ডিঙিত আঁৰিলা ফুলৰ সাতেশৰী
হাতত মৃণালৰ খাৰু।'

ভৈয়ামৰপৰা গই লাগি গদাপাণি
লই প্ৰাণ বিৰহ বিৰশ
পৰ্ব্বতৰ বুঢ়া গাম নগাৰ ঘৰত
পালে পিব ডালিমৰ ৰস।

পালা ভাল প্ৰাণে প্ৰাণে নিস্বাৰ্থ ভাবেৰে
নাই তাত কলুষৰ মলি,
নাজানা প্ৰেমৰ নাম—মজিলা প্ৰেমত
স্বৰগৰ দীপ্তিত উজ্জ্বলি।

ঢালি দিলা দশোদিশে সৌন্দৰ্য্য সুষমা
—সৰলতা শিৰৰ কিৰীটি
ঢালি দিলা শান্তি জল গদা কোৱঁৰক
ললা থাপি মোহন মূৰতি।

দানৱৰ অত্যাচাৰ—জয়াক পীড়ণ
বজ্ৰাঘাত যিদিনা বুকত—
বীৰদৰ্পে বীৰ গদা উঠিল গৰজি
মহাৰণ লাগিল মনত।

সতীৰ তেজেৰে হোৱা ৰঞ্জিতা জেৰেঙা
চাবলই স্বৰ্গীয় দীপিতি
এৰি থই গদাপাণি নামিল পৰ্ব্বত
আধা ফুলা ডালিম পাহিটি।

হিয়াই অজ্ঞাতে পূজা হৃদয়-দেৱতা
পতুমীৰ প্ৰাণ-ধন বেলি
ডালিমীৰ কেচাসোণ হল অন্তৰ্দ্ধান
এৰি থই প্ৰাণৰ পুতলি।

সূৰুযৰ বিৰহত সূৰুযমুখীয়ে
সামৰিলে জীৱনৰ বীণ—
সৰলা প্ৰকৃতিবালা প্ৰকৃতি গৰ্ভত
গল হায় অকালতে লীন!

আধা ফুলা ঢোপাকলি নাপালে ফুলিব
থিতাতে দেহি মৰহি গল,
নাপালে যে প্ৰেমিকৰ প্ৰেম-প্ৰতিদান
কতনো আশা মনতে ৰল !

সঁচাকৈয়ে পৃথিৱীত নাইনে ডালিমী
সঁচাকৈয়ে পৃথিৱীত নাই ?
কোনে কয় নাই বুলি—নহলেনো বাৰু
কিহে মোক সৌৰভ বিলায় ?

নাথাকিব পাৰে সেই ডালিমী নাগিনী
সৰলতা সনা ৰঙা গাল ;
আছে কিন্তু আছে সেই অমিয়া মাধুৰী
ৰহঘৰা সৌন্দৰ্য্য ভড়াল !

মানসপটত দেখোঁ সেই মুখখনি
দেখোঁ সেই সৰু চকুযুৰি
সেয়ে মোৰ হৃদয়ত শতধা বাগৰি
উথলায় কবিতা লহৰি ।

হব পাৰে সেই ছবি কবিৰ সৃষ্টিৰ
তাৰে কিন্তু মহিমা অসীম
মনে পতা ফুলবাৰী জাতিস্কাৰ কৰি
ফুলি আছে ৰূপহী ডালিম । ৩০ হৰ

---

# নুৰজাহান

মোগল যুগৰ তিলোত্তমা তুমি, ইৰাণ দেশৰ গোলাপ ফুল—
কবিয়ে তোমাক যাচিছে সম্মান—নাই যে তাত অলপো ভুল !
জগদীশ্বৰ দিল্লীশ্বৰৰ হৃদয়-ৰাজ্যৰ সম্রাজ্ঞী হই
হিন্দুস্থানৰ ৰাজদণ্ড লই ইতিহাসতো থাকিলা ৰই ।
আছিলা সামান্যা তাৰ্তাৰ-কন্যা, নাছিল প্ৰখ্যাত বংশৰ খ্যাতি
তথাপি তোমাৰ ৰূপৰ জোৱাৰে ধুনীয়া ছুনীয়া পেলালে ছাতি ।
কৰিলা প্ৰৱেশ মোগল হাৰেম, নাজানিলা সিটি কেনুৱা দিন
ৰূপ-তৰঙ্গত মজিল অনঙ্গ—হৃদয়ত তাৰ থাকিল চিন ।
বন্দী হল ভোমোৰা ফুলৰ লোভত বাইছিলা তুমি প্ৰেমৰ ভুৰ
নাজানিলা তুমি চাজাদা চেলিমে ৰূপ-সাগৰত মাৰিলে বুৰ ।
ৰূপহ কোৱঁৰে সপোন সখীৰ পালে দৰিশন মজালে প্ৰাণ
দেখা দি এবাৰ হলা পুনু আঁৰ দিলদৰিয়াত তুলিলা বান ।
চাওঁতে চাওঁতে চকু পলকতে কেইটা বছৰ আঁতৰি গল
নাজানো কি ভাগ্যে শ্বেৰ আফগান তোমাৰ হিয়াৰ গৰাকী হল !
চাজাদা চেলিম বাদশ্বাহ হল জাহাঙ্গীৰ নামে ভুৱনখ্যাত
তুমি অবিহনে মনত অশান্তি বিৰহৰ জুই জ্বলিল গাত ।
ৰূপৰ নিছাত মত্ত জাহাঙ্গীৰ তুমিয়ে সাধনা, তুমিয়ে ধ্যান—
তোমাৰে চিন্তাত আকুল পৰাণ ধৰ্ম্মাধৰ্ম্মৰ নাছিল জ্ঞান ।
সেই নিমিত্তেই শ্বেৰ আফগানে একোতেই হায় নাপালে ত্ৰাণ
তোমাৰ ৰূপৰ অনল সাৱটি বাদশ্বা কোপত এৰিলে প্ৰাণ ।
দিল্লী পটেশ্বৰী জগৎঈশ্বৰী তথাপি সিদিনা আনন্দ নাই,
স্বামীৰ শোকত বোৰ্খাৰ তলত ছুধাৰি চকুলো বাগৰি যায় ।
বাদশ্বা আহিল মাৰ্জ্জনা বিচাৰি হই দীনহীন প্ৰেমভিখাৰী
নিদিলা যে তুমি মাত একেষাৰি শোকতে খঙতে নাচালা ঘূৰি ।

দীৰ্ঘ ছবছৰ সিভাবে কটালা অশেষ কাকূতি অথলে গল
'মেহেৰ উন্নিসা' নামৰ সলনি 'নুৰমহল' নাম যদিও হল।
কৰিলা পৰীক্ষা বাদশ্যা-প্ৰণয় আছে জানো তাত কপট-ফাকি
বুজিলা শেষত দিছে বাদশ্যাহে সঁচাই তোমাত হৃদয় বাকি।
জানিলা সঠিক তোমাৰ প্ৰেমিক অগ্নিপৰীক্ষাত উত্তীৰ্ণ হল,
জনালা সম্মতি সকলো আপত্তি সিদিনাৰ পৰা আঁতৰি গল।
জাহাঙ্গীৰৰ ডিঙিত সাৱটি চুমাৰ মাধুৰী কৰিলা দান,
দিলখোছ কৰি পিয়ালা মদিৰা, পৰীয়ে হুৰীয়ে জুৰিলে গান।
গুলবাগানত গায় বুলবুল কুলি কেতেকীক লগৰী লই
মছগুল হল বাদশ্যা হৃদয় তোমাৰ লগত মিহলি হই।
চলালা তুমিয়ে মোগল সাম্ৰাজ্য ৰাখিলা তোমাৰ অটুট মান
আঙুৰ বনত বহি বাদশ্যাহে সুৰাৰ সোতত ভহালে প্ৰাণ।
ৰূপৰ তোমাৰ গোলাপী বাহাৰ—গোলাপ জলত কৰোতে স্নান
বিলালে গোলাপে গোলাপী তোমাক, গোলাপী নিৰ্য্যাস স্নেহৰ দান
জগৎবাসীক দিলা সেই দান সুগন্ধি আতৰ আমোলমোল
যুগযুগান্তৰে প্ৰেমিক প্ৰেমিকা সুৱঁৰি তোমাক যায় যে ভোল!
তুলিলা তোমাৰ প্ৰেমৰ তুফান জাহাঙ্গীৰে কৰে নিতউ স্নান
সিদিনাৰে পৰা ভাগ্যৱতী তুমি জগৎজ্যোতি নুৰজাহান!
নাই আজি তুমি, নাই জাহাঙ্গীৰ, মোগল সাম্ৰাজ্য কবৰখানা
বাজিব লাগিছে তথাপিতো সেই জগৎজিনা প্ৰেমৰ বীণা।
যি দেশত আজি আছা তোমালোক অমৰ জীৱন লগত লই
সিদেশত আছে ওমৰ হাফিজ ফুলৰ বুকুত টোপনি গই।
বাল্মীকিয়ে তাৰ মন্দাৰ কুঞ্জত নতুন ছন্দত ৰচিছে গান
কালিদাসে তাৰ মালিনী তীৰত নৱ বসন্তৰ কৰিছে ধ্যান।
বিৰহী যক্ষই সুখ-সম্ভোগত প্ৰিয়াৰ লগত কটায় কাল

লক্ষীন্দাৰে তাত মৃদঙ্গ বজায়, বেউলাই নাচি ৰাখিছে তাল।
সিদেশত আছে লয়না মজনু—চিৰীফৰহাদ্ যুগল প্ৰাণ
ফুলমালা গাথি ৰামী চণ্ডীদাসে জোনাকত তাৰ কৰিছে স্নান।
নাই তাত একো ৰাজ্যৰ ভাবনা, দুনিয়াৰ চিন্তা সমূলি লই
কবি জাহাঙ্গীৰ,প্ৰেমিক জাহাঙ্গীৰ,আছে একে ধ্যানে তোমালৈ চাই।
বুকুৰ মাজত সাৰটি তোমাক ৰূপ-সুৰা খাই মাতাল প্ৰাণ
হিয়াৰো হিয়াত বহি আছা তুমি—দিলপিয়াৰী নুৰজাহান! ২৩৬৮

---

# ৰামী

কবিৰ দুলালী তুমি-
তোমাৰ ৰূপৰ কিনো সি মাধুৰী অয়ী ৰজকিনী ৰামি!
পীৰিতি নগৰে কৰিলা বসতি সাজিলা পীৰিতি ঘৰ
দ্বিজ চণ্ডীদাসে বন্দিলে তোমাক গীতি-ছন্দে মনোহৰ!
ৰজকিনী প্ৰেম নিকষিত হেম লুটিলে লোলুপ কবি
হৃদয় বেদীত থাপিলে প্ৰতিমা আকিলে তোমাৰ ছবি।
কাব্য-নন্দনৰ দেৱ-পাৰিজাত হলা অতি জাতিস্কাৰ
কোনে কয় তুমি সামান্যা ধুবুনী লোৱা মোৰ নমস্কাৰ।
সবাৰো উপৰি মানুহ সত্য—তাৰ ওপৰত নাই
বিলালে কবিয়ে এই দিব্যজ্ঞান তোমাক ধ্যানত পাই।
কিয়নো লাগিছে দেৱতা জনম কিয় লাগে উচ্চ কুল
কাঁইটৰ মাজতে গোলাপ কেতেকী বোকাত পদুম ফুল।
সিদৰে তুমিও পঙ্কজকুমাৰী ৰজক জীয়াৰী হলা
সমাজৰ ৰোষ জনমৰ দোষ হাঁহি মুৰ পাতি ললা!

সেই নির্য্যাতন ভাগ্যৰ লিখন জন্ম দেৱতাৰ বৰ
মানৱ ঘৰতে উপজিও তুমি হলা দেৱী স্বৰগৰ।
জাত কুল এৰি তোমাক আৰাধি এৰি সমাজৰ ভয়
চণ্ডীদাসে পালে অমৰ জীৱন গাই যৌৱনৰ জয়।
পীৰিতি নামৰ তিনিটি আখৰ প্রচাৰে মহিমা তাৰ
পীৰিতি ধৰম, পীৰিতি কৰম, পীৰিতি ৰসৰ সাৰ।
পীৰিতি অঞ্জন লোচনত লই তোমাক অঞ্জলি দিলে
পীৰিতি ৰাজ্যত নাই উচ্চ নীচ এই বাণী প্রচাৰিলে।
এজন পিতাৰ সকলো সন্তান নচলিব পাহৰিলে
পৰক আপোন কৰিব জানিলে পীৰিতি ৰতন মিলে!
পীৰিতি ৰাজ্যত ব্রাহ্মণ চণ্ডাল সকলো সমান হয়
অস্পৃশ্যা ধুবুনী ব্রাহ্মণৰ গুৰু দ্বিজ চণ্ডীদাসে কয়।

বৰপেটা ১০৩৮

---

# দেৱদাসী

ব্যথাভৰা জীৱনৰ পুঞ্জীভূত বেদনা বিপুল—
নিবেদিছোঁ চৰণত এই মোৰ অন্তৰ আকুল।
নাচোনৰ চেৱে চেৱে সঙ্গীতৰ প্রতি লহৰত,
একেটি মাথোন সুৰ বাজি উঠে হৃদয় বীণত।
ভাষা নাই বুজাবৰ অশ্রুময়ী কৰুণ কাহিনী
হে দেৱতা! হে পাষাণ! শুনা শত শোকৰ ৰাগিণী।
নহওঁ পৱিত্ৰ হায়— দাসী মই সেৱিকা তোমাৰ
তাত কই বেছি জানো পাব পাৰোঁ কিবা অধিকাৰ?

জগতৰ স্বামী তুমি মোৰো স্বামী হবা সেইবুলি
দোষ এই কপালৰ আছে বহু কলঙ্কৰ মলি।
পৱিত্ৰ অন্তৰ লই নোৱাৰিলোঁ সেৱিব চৰণ
জানা তুমি কোন দোষী, মোৰো দোষ—সিবাবে পতন।
ভুলৰ ছলেৰে হনা কলুষিত গোটেই জীৱন
নিতউ সন্ধিয়া বেলা তাৰে মাথোঁ অৰ্ঘ্য-বিৰচন।
আৰতিৰ ডবা কাঁহ শঙ্খ ঘণ্টা যিমানে বাজিব
মোৰ ই বেদনাধ্বনি তাতোকই দুগুণে চৰিব।
তোমাৰ পূজাৰ ফুল ভোমোৰাই মউ চুহি খোৱা
নিচেই আজলী ফুল তাকে ভাবি নিতে তুমি লোৱা!
সেইদৰে হে নিঠুৰ! লবা তুমি মোকো নিঘিনাই
মিলি যাম তোমাতেই পাপ জন্ম নলওঁ দুনাই।
সেয়ে হলে দুখ নাই ব্যথা আৰু নাথাকে বেদনা
নটী মই নাচি নাচি পাষাণৰ লভিম করুণা।
অবিচাৰ জগতৰ, নকৰিবা তুমি অবিচাৰ
লবা প্ৰভু নিঘিনাই হৃদয়ৰ ষোড়শোপচাৰ।
লবই লাগিব তুমি এই মোৰ ভক্তিভৰা ফুল
জীৱনৰ, যৌৱনৰ ব্যৰ্থতাৰ তুমিয়েই মূল।
সুশুনা মাতেৰে মোক কোনে যেন কাণে কাণে কয়—
ইচ্ছা তোৰ পূৰ্ণ হব নটি, তই নকৰিবি ভয়।
পাষাণ পতিৰ তোৰ মিনতিত অন্তৰ ভেদিছে,
পুৰিছে যিমানে বুকু বন্তিগছি সিমানে জ্বলিছে।
তেন্তে মোৰ মহাভাগ্য উটি যাব যত পাপৰাশি
পুণ্য পৰশত তযু তুমি দেৱ, মই দেৱদাসী। ১৫।২।৪

---

# হাজোৰ নটী

হয়াসুৰ বধ কৰি হয়গ্ৰীৱ মাধৱ তোমাৰ
লাগিছিল যেতিয়া ভাগৰ,
কোন সেই দেৱনটী ভাগ্যৱতী পালে অধিকাৰ
তুলি লব হাতত চোৱঁৰ ?
লয়লাসে নাচি নাচি, খোজে খোজে পদুম ফুলাই
মন্দিৰৰ পুণ্য প্ৰাঙ্গনত
কত সুৰে, কত ছন্দে দেৱতাক ৰাখিলা ভুলাই
নটী তুমি মোহন নৃত্যত !

জ্বলিল সহস্ৰ বন্তি, ডবা কাঁহ বাজিল যেতিয়া
আৰতিৰ হল শঙ্খধ্বনি—
নেপূৰৰ ৰুণ্‌-জুন্ তালে তালে তুলিলা তেতিয়া
পাষাণৰ পৰাণকো জিনি ।

মাধৱৰ মন্দিৰত নৃত্য গীত দেখি মহামেলা
নন্দনৰ আনন্দৰ হাট—
কেদাৰৰ বুঢ়া গাতো যৌৱনৰ বিজুলীৰ খেলা
তাতো নটি, মেলিছিলা নাট ।

সেই হাজো অতীজৰ হয়গ্ৰীৱ মাধৱৰ স্থান
তেতিয়া যে নন্দনকানন ;
কত কবি আঁকি ছবি, গাইছিল তোমাৰেই গান
তুলিছিল প্ৰাণত স্পন্দন ।

শুনিছিল কাণ পাতি কত জন শিল্পী-খনিকৰে
বিদ্যাধৰে বজালে বাজনা—

তুমি যে হাজোৰ নটী, লয়লাস চৰণৰ গতি
নেপূৰত সুৰ-সংযোজনা।
মৃদঙ্গৰ চেৱে চেৱে উন্মাদিনী ব্ৰজাঙ্গনা প্ৰায়
গাইছিলা মাধৱ-বন্দনা ;
নটৰাজ পালে লাজ, শৰীৰৰ অপূৰ্ব্ব ভঙ্গীত
ভক্তি-অৰ্ঘ্য কৰিলা ৰচনা।
শুনি সেই কলগীত সুললিত বীণাৰ ঝঙ্কাৰ
চৰণৰ নেপূৰৰ ধ্বনি—
মাধৱৰ সমুখত নৱ ভাৱে হল সঞ্জীৱিত
ছয় ৰাগ ছত্ৰিশ ৰাগিনী।
এই দৰে কত দিন, কত যুগ, কত যুগান্তৰ
হে উৰ্ব্বশি-ৰম্ভা-তিলোত্তমা !
পৰিহৰি সুৰালয় মাধৱৰ সেৱাদাসী হই
সাজিছিলা মৰ্ত্ত্য-মনোৰমা।
অকস্মাতে আজি বাৰু এনে কিনো ঘটিল বিপ্লৱ
নটী তুমি কলই পলালা ?
শূন্য কৰি পুণ্যস্থান শেষ কৰি সৌন্দৰ্য্য-সাধনা
জোনাবাই মেঘত লুকালা !
ছিন্ন তাৰ, জীৰ্ণ বীণা, অসমৰ দেৱমন্দিৰত
দেৱনটী তুমি আজি নাই—
নোহে মাত্ৰ হাস্যময়ী স্বাধীনতা মহিমামণ্ডিতা
থাকি থৰি আছে ম্লানিমাই।
সেই হাজো হয়গ্ৰীৱ টোপনিত লালকাল হই
নীৰলাত আছে অকলই,

ঢুলু ঢুলু কেদাৰেও কুলু কুলু জাহ্নবী ধ্বনিত
মত্ত হই আছে কত গই !

ছন্দৰ হিল্লোল নাই, নাই আজি নৃত্যৰ কল্লোল
প্ৰকৃতিৰ গভীৰ মূৰতি,
ভাবময়ী ছন্দময়ী সুৰময়ী সেই সুৰবালা
অন্তৰ্হিতা জ্যোতিৰ্ম্ময়ী নটী।

নটী বুলিলেই আজি ভাহি উঠে অতি কদাকাৰ
প্ৰেতমূৰ্ত্তি তীব্ৰ লালসাৰ,
নন্দনৰ গীতি-ছন্দ ক'ত নৃত্য মন্দাৰ কুঞ্জৰ ?
ইমানেই পতন আমাৰ !

যতমানে তীৰ্থস্থান আছে আজি ভাৰতভূমিত
একোখনি ব্যৰ্থতাৰ হাট,
পৈশাচিক বধ্যভূমি জগতৰ আৱৰ্জ্জনা ভৰা
দেৱতা যে নাই হায় তাত।

পাতিছে ধৰ্ম্মৰ বেহা জন্মস্বত্ব আভিজাত্য লই
উচ্চ নীচ কত ব্যৱধান ;—
ব্যঙ্গতাৰ ৰঙ্গপীঠ সমূলঞ্চে কৰি বিসৰ্জ্জন
কলালক্ষ্মী হল অন্তৰ্দ্ধান।

দেখা পাই তুমি নটী, মানুহৰ ভাগ্য-বিপৰ্য্যয়
এনে এটি মাহেন্দ্ৰ সুযোগ
শাপগ্ৰষ্টা স্বৰ্গভ্ৰষ্টা জয়যুক্তা শাপমুক্তা হই
পালা পুনু স্বৰ্গসুখভোগ।

তুমি নটী পুণ্যৱতী দেৱতাৰ হৃদয়ৰ জ্যোতি
মাধৱৰ চৰণ-সেৱিকা ;

কল্পনা-বিমান লই অতীজৰ ফুলনিত মই
দেখা পালোঁ তোমাক প্রেমিকা !
এক গান—এক ধ্যান মাধৱত একান্ত ভকতি
ধন্য প্রেম, সাধনা তোমাৰ—
নাচি থাকা, গাই থাকা, অয়ী নটি অমৰবন্দিতা
ভক্তিভৰা লোৱা নমস্কাৰ। ১৯২৮

---

# দেওধনী

কোন অতীজৰ
পাহৰণি সুৰ
ঢোলৰ চেৱত উঠিল বাজি ;
সুৰধুনী হই
দেওধনী তই
আকাশী অমিয়া নমালি আজি !

কত গীতি-ছন্দে
প্রতি অঙ্গে-ভঙ্গে
হিয়াৰ আবেগ মুকলি কৰি,
ধীৰে যাৱ বাই
আকাশলৈ চাই
পালতৰা তোৰ সোণৰ তৰী

চুলি মেলি মেলি
ঢউ খেলি খেলি
ৰূপ-সাগৰত কৰিলি স্নান—

রসৰ মদিৰা
উথলায় লই
কোন নন্দনৰ জুৰিলি গান !

স্বাধীন যুগৰ
দীপক সঙ্গীত
সহস্র ভঙ্গীত মুকলি কৰি,
অতীতৰ চিত্র
দেখাই নৃত্যত
লয়লাসে কিনো চলালি ভৰি ।
নুবুজোঁ যদিও
তাল লয় মান
সঙ্গীতত নাই অধিক জ্ঞান,
তথাপি বুজিছোঁ
দেওধনী তোৰ
দেৱমন্দিৰৰ আগত স্থান ।

অৰ্চ্চনাত তোৰ
মোহন মূৰ্চ্ছনা
গধূৰ ভাবৰ মধুৰ তান—
ইন্দ্ৰৰ সভাৰ
উৰ্ব্বশীয়ে তোক
আথেবেথে অতি জনাব মান ।
বন-বিহঙ্গৰ
গীতৰ তৰঙ্গ
আই ভাৰতীৰ আৰতি-বাণী,

মূৰ্ত্তিমতী হই
তোৰ নৰ্ত্তনত
উৰায় অঞ্চল প্ৰকৃতি-ৰাণী।

*

উষাৰ কালৰে
চিত্ৰলেখা তই
দেওধনী তোৰ উপমা নাই—
তোৰ ফালে চাই
তৃপ্তিময়ী সউ
দীপ্তিময়ী মোৰ অসমা আই।

চকুৰ অদৃশ্য
অতীত ভৱিষ্য
বৰ্ত্তমানো এই গাথিলি তই
এগছি সূঁতাৰে
একেটি ভাবেৰে
এখনি সেৱাৰ শৰাই লই!

*

দেৱতাৰ ধ্বনি
কয় দেওধনী
অসম সন্তান নকৰা ভয়,
শতেক ৰণত
তোমাৰেই জয়
অতীত তোমাৰ গৌৰৱময়!

নাচ দেওধনি,
নাচ ঘূৰি ঘূৰি
নাচৰ লাচত সঞ্চাৰি প্ৰাণ—

উঠক ঝঙ্কাৰি

হৃদয়-তন্ত্ৰীত

জগত-যন্ত্ৰীৰ বন্দনা গান।

*

সেই বন্দনাৰ

প্ৰত্যেক ছন্দই

জড়তা ভীৰুতা কৰক শেষ-

উঠক উজ্বলি

আকউ এবাৰ

সোণৰ অসম আমাৰ দেশ !

---

মঙ্গলদৈ ২৮।১।৩

# শত-বাৰ্ষিকী

কলেজিয়েট স্কুলৰ এশ বছৰীয়া উৎসব সভাত পঠিত। ৫।৩।৩৫

মধুমতী মধুমালতীৰ অঞ্চলত চঞ্চল সমীৰ

বচি দিলে মায়া স্বপ্নজাল ;

প্ৰকৃতিয়ে ফাঁকু-গুৰি আনি গছে পাতে ৰঙা বোল সানি

মেলি দিলে ৰসৰ ভড়াল !

পলাশৰ মঁদাৰৰ গাত ফাগুনীয়ে পাতে বিহু-হাট

ছজনাত বাজিল গগনা ;—

সুধাকণ্ঠী দহিকতৰাই তালে তালে হিয়া নচুৱাই

এৰি দিলে সুৰৰ যমুনা।

পৰ্ব্বতৰ হৃদয় পুৰিল বিৰহৰ অগনি জ্বলিল

গিৰিজাৰ পৰশ নেপাই,

মেঘে ঘনে গাজে গুৰু গুৰু আকাশত বজাই ডম্বৰু
হৰষৰ বাতৰি জনাই।
চেগ চাই বসন্ত কোঁৱৰে সাজি কাছি নতুন বেশেৰে
পৃথিৱীত কৰে পদাৰ্পণ;
-কইনা সাজিলে প্ৰকৃতি দিপলিপ যোড়শী যুৱতী
কুঞ্জে কুঞ্জে ফুলৰ তোৰণ।

আজি এই আনন্দ দিনত মহাপূজা বাণী-মন্দিৰত
ভাৰতীৰ আৰতি সঙ্গীত;
সুপ্ৰসিদ্ধ প্ৰাগজ্যোতিষত সুবিশাল লৌহিত্য তীৰত
দশোদিশ মন্ত্ৰ মুখৰিত।
শত বৰ্ষ হৰ্ষ-বিষাদৰ কত কথা গত অতীতৰ
আজি কোনে দিলে সোঁৱৰাই—
কত জনা পূজাৰী সাধকে কত জনা সুন্দৰ গায়কে
দিলে বন্তি ইয়াতে জ্বলাই।
মন্দিৰৰ এই প্ৰাঙ্গনতে এই তীৰ্থ, এই আশ্ৰমতে
কত জনে লভিলে নিৰ্ম্মালি,
তাৰে আজি পুণ্য স্মৃতি লই সকলোৱে সম্মিলিত হই
ভকতিৰ যাচিছে অঞ্জলি।

জননীৰ মুখ উজ্জ্বলাই কত জনে পালে লক্ষ্য ঠাই
সেন্দূৰীয়া আলিৰ অন্তত,
কত জন মৰিও অমৰ ধ্ৰুব তৰা হল আকাশৰ
জয়মালা পিন্ধিলে শিৰত।
কত জন পথভ্ৰান্ত হায় মোৰ দৰে অনাই বনাই
ব্যৰ্থতাহে গতিছে ভাগ্যত

বহু কথা থাকোতে আলচি  হুলে-জোঙে ধৰিছে আগচি
কৰ্ম্মনাশা নাচিছে দূৰত।
কিমানৰ জীৱন-নাটৰ  অনন্তৰ দুৰন্ত বাটৰ
যৱনিকা পৰিল আগত—
কাৰো গীত হল আধা গোৱা  কাৰো ভাত হল আধা খোৱা
স্মৃতি মাথোঁ ৰল জগতত।
যিসকল আজি আৰু নাই  গুচি গল বাট দেখুৱাই
চকুলোৰে যাচিছোঁ তৰ্পণ,
যিসকল আছে এতিয়াও  সিসবৰ জয়গীত গাওঁ
ধন্য হক সবাৰে জীৱন।
সুপৱিত্ৰ এই যে মন্দিৰ  দীঘলীয়া এক শতাব্দীৰ
আছে যত যশৰ গৰিমা
তুলি লই বাণী-পদ-ৰেণু  যিস্থানত পুলকিত তনু
অতুলন বিপুল মহিমা।
মোৰো ই যে মহা তীৰ্থস্থান  জীৱনৰ জয়-অভিযান
এই বাটে গুৰুৰ কৃপাত—
আজি এই উচৱৰ দিনা  কত সুৰে বাজে বেণু বীণা
মই মাথোঁ অযোগ্য ইয়াত।
ভিখাৰীৰ ভঁগা টোকাৰিত  ফুঠে ছন্দ, বন্দনা ললিত
দীনহীন মই অকিঞ্চন
ভক্তি-অৰ্ঘ্য কবিতা ফুলৰ  অশ্ৰু সিক্ত ৰিক্ত হৃদয়ৰ
সন্তৰ্পণে কৰোঁ নিবেদন।

---

# অসমত বিহু নাই

অসমৰ সিংহদ্বাৰ প্ৰাগজ্যোতি' নগৰত
বিহু আহি কলে মোক—দুখে শোকে বেজাৰত
'পাম থাম বুলি মই কত আশা বান্ধি লই
আহিছিলো চাবলই সোণাপুৰ দেশখনি
অতি মৰমৰ মোৰ অসমীয়া ভাইভণী।
অতীজৰ কত কথা মোৰ স'তে আছে গথা
আছিলো জাতীয় পৰ্ব্ব সকলোৰে আদৰৰ
স্বাধীন যুগৰ কীৰ্ত্তি—সি যে কথা সপোনৰ !
আছে সেই বৰনই, আজিও সিভাবে বই
শুৱনী সোৱণশিৰী সিভাবেই সাজিপাৰি
লুইতক লগ লই নাচে গায় বিহু মাৰি।
ভৰলীয়ে সূঁতা কাটে নাচি নাচি ওবে বাটে
কপিলীয়ে ফুল বাছে—লখাইতৰাই দৰা
ধনশিৰীৰ ৰঙা গাল চেনাইৰ চুমাৰে ভৰা।
পাগলাদিয়াৰ ভথেলি আজিও উঠে উথলি
দিখৌৰে লগায় তাত, দিহিঙত বিহু-হাট,
নেতাই ধুবুনী ঘাট গদাধৰে গৰ্জ্জে তাত।
মিকিৰ গাভৰু আহি থলকি লগায় হাঁহি
বৈঠালাংচত বৰপানী নাচে তাকে চাই
কলং কিলিং সৰে মিলি বছৰি হুচৰি গায়।

সকলোটি আছে হায় মাথোঁ অসমীয়া নাই
কলুষিত বিহুতলি—শেষ তাৰো পৰমায়ু
আৰুতো নবলে তাত স্বাধীনতা মুক্ত বায়ু।

কত সেই ডেকা লৰা আনন্দ উলাহে ভৰা
কেনি গাভৰুৰ জাক—সৰগৰ অপেস্বৰা
অসমাৰ মুখখনি কিয় হায় শেতা পৰা!

টকা পেপা ঢাক ঢোল নেবাজে সুগুনো ৰোল
নাই প্ৰাণ, নাই গান—জীৱনৰ চিন-চাব
আগে পিছে কেতিয়াও দেখা নাই এনে ভাব।

ৰণত লভিব জয় আশীৰ্ব্বাদ যাম থই
নাই যে শিপিনী সেই একে নিশাতেই বই
দিব মোক বিহুৱান হাঁহি মুখে যাম লই।

নাজানে তাতৰ নাম নাজানে ঘৰৰ কাম
অসমৰ জীয়ৰীয়ে জেতুকা নেপায় চিনি
হাঁহিত নুফুলে ফুল—নাই কপৌফুলৰ বেণী।

অসমৰ ডেকা লৰা উজুটিত পৰি মৰা
নেজানে বজাব টকা, নেজানে লগাব গীত
সুললিত বনগীতে নোহে দেশ মুখৰিত!

এঠা দৈ, চিৰা পিঠা ভাওনা সৰাহ মিঠা
কিয় আজি একো নাই ঘৰে ঘৰে হাহাকাৰ
কোন বকাসুৰ আহি খায় মোৰ ভেটি ভাৰ!

অসমীয়া বীৰগণ প্ৰাণপণে কৰি ৰণ
মান-মৰাণেৰে যুজি মৰি হাজি শেষ হল
পলৰীয়া ভীৰুদল চুকে কোণে থাকি গল।

সিসৰৰে পুলি-পোখা কোনে মোক দিয়ে দেখা

আধা মৰা আধা জীয়া নিজেই থকাটো টান
নিজৰেই সমাধিত নিজে গায় শেষ গান!

নুবুজিলে এতিয়াও মই যাক ভালপাওঁ
আশাৰ সঞ্চাৰ কৰি দিব পাৰোঁ নৱ প্ৰাণ
মই যে ৰঙালি বিহু মোকে কৰে অপমান!

অদৃষ্টৰ পৰিহাস কৰে মোক উপহাস
আকাশে বতাহে কয়—কৃষ্ণ-ধ্বজা উৰুৱাই
গুচি যাচ লাগে মই অসমত বিহু নাই।

বৰ দুখ পালোঁ মই সুদা মুখে যাবলই
কৰি মোক অনাদৰ পাব জানো ভাল ফল
ধৰিলে সংহাৰ মূৰ্ত্তি কঁপিব যে জলস্থল।

মুঠি কৰি দিলে ঢিলা উৰিব বৰদৈচিলা
অস্ত্ৰ যাৰ উল্কাপাত—দৃষ্টিত হয় বজ্ৰবৃষ্টি,
ধ্বংস হব ভীৰুবংশ নতুন জাতি হব সৃষ্টি।'

শুনি এই ৰুদ্ৰ বাণী মই কবি ক্ষুদ্ৰ প্ৰাণী
ভক্তিভাবে মিনতিৰে কৰি কলোঁ নিবেদন—
'সম্বৰা সংহাৰ মূৰ্ত্তি নাই একো প্ৰয়োজন।

তুমি দেৱ, তুষ্ট হোৱা কবিতা এটিকে লোৱা
সঁচা যে তোমাৰ কথা কৰা নাই প্ৰতিবাদ
নেথাকে ইভাবে দিন—দিয়া মাথোঁ আশীৰ্ব্বাদ।

আহিব আগৰ দিন বাজিব পুৰণি বীণ
অসম আকউ হব দেৱতাৰ লীলাভূমি
আঁতৰিব অৱসাদ—দুখ শোক যাব পমি।

এলাহ নিহালি এৰি সোৰোপালি কাটি কৰি

লব পুনু অসমীয়া জগতত শীৰ্ষস্থান
আগত সি শুভ দিন গাওঁ তাৰে জয়গান।
বুজিব বিহুৰ মোল উঠিব আনন্দ ৰোল
ৰঙেৰেই ভৰপূৰ হব পুনু ৰঙপুৰ
সিদিন নহয় দূৰ—তোলা আজি তাৰে সুৰ।
কৰোঁ বিহু নমস্কাৰ কৰা দেশ জাতিস্কাৰ
অসমৰ গাঁওভূঁই যোৱা তুমি উদগাই
নুশুনাবা আৰু যেন অসমত বিহু নাই।' ১৩।৪।৩৭

---

# শৰাইঘাট

এয়েই যে সেই শৰাইঘাট
অসম-প্ৰতিভা হোৱা প্ৰতিভাত
পৰম পৱিত্ৰ বুৰঞ্জীবিখ্যাত
এয়ে কৰ্ম্মক্ষেত্ৰ লাচিত বীৰৰ,
ইয়াতে এদিন হেংদান তুলি
দিছিল লাচিতে মাতুলক বলি
গালে কত জনে শতকণ্ঠ খুলি
স্বাধীনতা গীত মাতৃ অসমৰ।
একে নিশাতেই সাজিছিল গড়
দেশতোকৈ' নোহে মোমাই বৰ
দেশৰ কাৰণে তুচ্ছ বাৰী ঘৰ
তুচ্ছ ক্ষুদ্ৰ প্ৰাণ পুত্ৰ পৰিবাৰ,

এয়ে সেই উচ্চ অসম পাহাড়
ৰক্ত নিছান শিৰত যাৰ
অভেদ্য দুৰ্গ অসম সেনাৰ
আজিও কৰিছে মহিমা বিস্তাৰ।
এয়েই ভৰলু ইয়াৰে পাৰত
ৰণুৱাৰ বাস আছিল কালত
নাচে তৰোৱাল নিশা জোনাকত
ৰণৰ সঙ্গীত উৰে বতাহত ;
পুণ্য স্বাধীনতা প্ৰেম-প্ৰৱাহিণী
শুনি সেই গান অসম সেনানী
পিলে সঞ্জীৱনী এৰিলে টোপনি
মৃত্যু-বিভীষিকা গ'ল সুদূৰত।
এয়ে ব্ৰহ্মপুত্ৰ ইয়াৰে বুকত
নৰিয়া গাৰেই ফুকনে নাৱত
সঞ্চাৰিলে শক্তি সবাৰে প্ৰাণত
'যুজা প্ৰাণটাকি অসমীয়া বীৰ,
নাই মিলা ক্ষণ নেলাগে মিলিব
ধৰ্ম্মৰ বচন নেলাগে শুনিব
এয়েই সুযোগ থিতাতে হেৰাব
দৰ্প চূৰ্ণ কৰা শত্ৰু বিদেশীৰ।
বাজিল দামামা শিঙা শঙ্খ কালি
দেৱতাই চাই দিলে কৰতালি
বৰষিলে পুণ্য আশীষ নিৰ্ম্মালি
কবিৰ বীণত উঠিল ঝঙ্কাৰ।

হিলৈৰ আৱাজে মেদিনী কঁপালে
থাৰৰ ধোঁৱাই আকাশ ঢাকিলে
মুক্ত তৰোৱালে শূন্যত নাচিলে
শতুৰু সেনাই করে হাহাকাৰ।

অসম সেনাই কৰি ললে পণ
জনমভূমিৰ দুৰ্গতি মোচন
ৰণেৰে মৰণ কৰিব বৰণ
সেই অসমীয়া স্বাধীন যুগৰ,

ৰাজপুত আৰু মোগল বাহিনী
হল নতশিৰ পৰাভৱ মানি
সোণৰ অসম সৌন্দৰ্য্যৰ ৰাণী
জয়মালা পিন্ধি বিতৰে পোহৰ।

ৰাজা ৰামসিংহ বীৰ সেনাপতি
নোৱাৰি তিষ্ঠিব থাই গল ঘাটি
তথাপিতো গালে শত্ৰুৰ সুখ্যাতি
'ধন্য অসমৰ বায়ু পানী মাটি

ভাৰত-ভূমিত ভ্ৰমি বহু ঠাই
এনুৱা কাজুৱা সেনা দেখা নাই
যিহতে লগোৱা তাতে লাগি যায়
সেনাপতিজনো বিচক্ষণ অতি !'

ধন্য অসমীয়া ধন্য সেই দিন
আজিও জিলিকে যাৰ শত চিন
ফুলে স্মৃতিফুল বাজে অগ্নি-বীণ
দিলে মনোযোগ পৰিব কাণত,

মাতৃ-পূজা যদি কৰা যথোচিত
মাতিলে ভক্তিৰে আহিব লাচিত
তপত শোণিত হব প্ৰৱাহিত
আশাৰ সঞ্চাৰ নিৰাশ প্ৰাণত।
শতাব্দী বিষপা মোহ টোপনিত
হেৰাল সকলো সাঁচতীয়া বিত
কাজ নাই আৰু এনে জিৰণিত
লোৱা জগতত নিজ প্ৰাপ্য স্থান ;
অসম সন্তান আছা যত জন
ভেদাভেদ ভাব দিয়া বিসৰ্জ্জন
জননী পূজাৰ কৰা আয়োজন
নাই সৰু বৰ সকলো সমান।
হিন্দু মোছলেম পৰ্ব্বত ভৈয়াম
দিয়া পুষ্পাঞ্জলি লোৱা মাতৃনাম
জননী পূজাৰ মন্দিৰ আসাম
ধূপ-দীপ-গন্ধে দিশ সুৱাসিত,
মোহ-নিদ্ৰা এৰি ব্ৰতৰ অন্তত
হোৱাহি দীক্ষিত স্বদেশমন্ত্ৰত
অসম আকউ উন্নতি পথত
সুপ্ত শত প্ৰাণ কৰা সঞ্জীৱিত। ১২ইং



## মহাপ্ৰস্থান

সাহিত্য-অধিনায়ক বেজবৰুৱাদেৱৰ স্বৰ্গযাত্ৰা উপলক্ষে। ২৬।৩।৩৮

অসমীয়া সাহিত্যৰ ভীষ্ম পিতামহে
বীৰশয্যা কৰিলে গ্ৰহণ ;
শুনি এই মৰ্ম্মঘাতী বিজুলী বাতৰি
অসমীয়া বিষাদ মগন,
কঁহ পৰি জীৰ্ণ যোৱা নিমাত নিতান
অসমৰ গগন পৱন !

কান্দ আজি অসমীয়া, বুকু ভুকুৱাই
সঁচাকৈয়ে হলি পিতৃহীন ;
কোনে আৰু দুই হাতে তুলি তীক্ষ্ণ শৰ
শেষ কৰি জাতীয় দুৰ্দ্দিন
অঘাসুৰ বকাসুৰ সকলোকে বধি
শত্ৰু তোৰ কৰিব বিলীন !

'জোনাকী'ৰ পোহৰত এটি দুটি কৰি
আকাশত দিলে তৰাবোৰ—
তাৰ মাজে লক্ষ্মীনাথ পূৰ্ণিমাৰ জোন
দশোদিশে উঠে জয়-ৰোল,
তোলে সৰে ঐক্যতান বীণাৰ ঝঙ্কাৰ—
উল্লাসৰ উঠিল হিল্লোল !

উঠে পুনু কলৰৱ মাতৃমন্দিৰত
বিকশিত 'হেম'ৰ কিৰণ—
সুশোভিত 'সত্যনাথ' 'সাৰথি' ৰথত,
শোণিতত 'পদুম' শোভন,
'ৰজনী'ৰ 'মনোমতী' অতি ৰূপৱতী
'সাদৰী'ৰ সুৱদি বচন !

থুনুক-থানাক মাত 'গিৰি-জীয়ৰী'ৰ
জননীৰ 'আনন্দ' অধৰ—
বুৰঞ্জীত 'ৰত্নেশ্বৰ', 'হেম-দাশৰথী'
'কণক'ৰ জ্যোতি মনোহৰ,
'গুণাভি', 'আনন্দ', 'হেম' বদ্ধ ধনুৰ্দ্ধৰ
হাঁহিমুখে ললে অৱসৰ।

সুললিত বীণ বাজে 'বীণবৰাগী'ৰ
মন্দিৰত 'প্ৰতিমা' থাপনা,
লক্ষ্মীনাথে তুলি ললে মোহন 'বাঁহী'টি
কত ভাবে সুৰ সংযোজনা ;
সাহিত্য-নন্দন-বন নদন বদন
কি যে তাত নৱ উন্মাদনা !

মতলীয়া হই সেই 'বাঁহীৰ' তানত
কত ভক্ত আহিল লৰৰি,
পূজা দিলে মাতৃপদে ষোড়শোপচাৰে
দুৰ্ব্বলতা দীনতা পাহৰি ;
লাহে লাহে আঁতৰিল দুৰ্য্যোগৰ মেঘ
মৰণত জীৱন সঞ্চাৰি।

গীতে-নাটে হাঁহি-মাতে কাব্য-উপন্যাসে
জন্মভূমি সুজলা সুফলা
মহামণি লক্ষ্মীনাথ পুত্ৰৰ যশত
আনন্দত আপোন-উতলা,
কত সাজে কৃপাবৰ ককাদেউতাই
মেলি দিলে ৰসৰ টোপালা !

হৰিষেৰে থালোঁ আমি 'টোপোলা'ত থকা
লাৰু পিঠা বিধে বিধে পাই,
'কৃষ্ণকথা', 'তত্ত্বকথা' শুনিলো ভক্তিৰে
ধন্য হলো 'গুৰু-লীলা' চাই.
'অসম সঙ্গীত' আৰু 'জাতীয় সঙ্গীত'
উলাহেৰে ললোঁ আওৰাই ।

নগা পৰ্ব্বতত গই কৰিলোঁ বিহাৰ
'ডালিমী'য়ে দেখুৱালে বাট,
'ধনবৰ ৰতনী'য়ে শুনালে বিনাই
কান্দোনত সৰে গছ-পাত,
'গজপুৰীয়া'ৰ পজা কানিখোলা পাই—
তাতো দিলো একেষাৰ মাত ।

'ৰূপহী চেনেহী' বহি তাতৰ শালত—
ফুল বাছে, গাথে মুক্তাহাৰ
শুৱনী 'সোৱণশিৰী' 'ধণশিৰী বাই'—
শোকলগা দৃশ্য 'বেলিমাৰ',
স্বৰ্গদেৱ 'চক্ৰধ্বজ' বীৰ লাচিতৰ
জয়ধ্বজা উৰে যশস্যাৰ !

'কাহুদী খাৰলি' খালোঁ টপালি টপালি

লগ পালো 'বিহুৱা ককাই,'

'দেউতাৰ পদূলিত' শুনিলো হুচৰি

কত সাধু কলে 'বুঢ়ী আই,'

অসম মাতৃয়ে পিন্ধে 'জোনবিৰি'ধাৰি

'সুৰভি'য়ে আমোলমোলাই !

দেখা পালোঁ অসমৰ ৰঙ্গা ডাঙৰীয়া

সন্ত সাধু গোসাঁই ভকত,

দেখা পালোঁ বহু বীৰ, বীৰাঙ্গনা নাৰী,

দেশদ্ৰোহী দেখিলো আগত,

দেখা পালোঁ সাধাৰণ চহা গাঁৱলীয়া,

ভোল গলোঁ গাভৰ মেলত ।

ৰজাৰ কাৰেঙ চালোঁ আৰু পজাঘৰ

দেখা পালো ৰণৰ পথাৰ—

দেখা পালোঁ বৰনই ধাননি বননি

বিহুতলি পৰ্ব্বত পাহাড় ;

অসমৰ সকলোতে ব্যাপ্ত লক্ষ্মীনাথ

লক্ষ্মীনাথ আপোন সবাৰ !

জোনাকী যুগৰ সেই তাৰকাসকল

এটি এটি গল সৰে মাৰ—

সত্যনাথ হেমচন্দ্ৰ বহু আগে গল

দশোদিশে তুলি হাহাকাৰ,

গায়ক কমলাকান্ত, নায়ক নবীন

প্ৰবেশিলে স্বৰ্গৰ দুৱাৰ ।

'প্ৰতিমাব খনিকৰে' সিদিনা মাথোন

আচম্বিতে মাগিলে বিদায়—

'আঁহা বন্ধ, সংসাৰত নকৰা পলম'

কই যেন গল বিড়িয়াই,

সেয়ে আজি লক্ষ্মীনাথে কৰে স্বৰ্গযাত্ৰা

দেৱতাই দুন্দুভি বজায়।

মহাবাহু লুইতত কৰি অস্থি-দান

বীৰবাহু বেজবৰুৱাই

অসমৰ বতাহত চিৰদিনলই

চিতাভস্ম দিলে উৰুৱাই

সৃষ্টি হক যুগে যুগে সহস্ৰ বীৰেন্দ্ৰ

অস্থি বজ্ৰ হাতে হাতে পাই .

শ্যমন্তক মণি সম পুত্ৰক সাৰুটি

জননীৰ জেউতি চৰিল—

পিন্ধালা বিজয় মালা সহস্ৰ বৰণত,

যশস্যাৰ সুৱাস থাকিল;

যোৱা দেৱ ! যোৱা গুৰু ! যোৱা পিতামহ !!

স্বৰ্গদূত ওচৰ চাপিল।

কৰাগই যুগমীয়া বৈকুণ্ঠ-নিৱাস

গুৰুজনে যাচিব নিৰ্ম্মালি

বন্ধু তৱ হেম, চন্দ্ৰ, কমলাকান্তৰে

আজৰিত কৰিবা ধেমালি,

বীণা বাই বীণাপাণি শুনাব সৱাকে

সুৰবোৰ গোটাবা বুটলি।

দেৱকাননৰ পৰা পাৰিজাত তুলি
তললই দিবা ছটিয়াই—
দেৱতাৰ বেশ লই অশৰীৰীৰূপে
অসমতে থাকিবা সদায়,
অসমৰ আকাশকে ভোটা তৰা হই
চিৰকালে ৰবা পোহৰাই।

---

# ছোহৰাব ৰুস্তম

ৰুস্তম

তয়ে জানো সেই দুৰ্দ্দান্ত বালক তুৰ্ক বাহিনীৰ প্ৰথম বলি
ৰাজ্যৰ পিছত ৰাজ্য জয় কৰি অসাৰ দৰ্পত আহিছ ফুলি?
পাৰস্য দেশত দৰ্প নেথাকিব, অলপ পিছতে জানিবি তই
তোৰ আহ্বানত সেইবাবে মাথোঁ আগবাঢ়ি আজি আহিছোঁ মই।

ছোহৰাব

তাৰ আগে' মোক দিয়া পৰিচয়—তুমিয়েনে সেই ৰুস্তম বীৰ
যাৰ নাম শুনি সাত শত্ৰুৱেও দূৰতে পলায় দোৱাই শিৰ?
যাৰ নাম লই ছো'ৰাব কোৱঁৰে ৰণলই নিতে বাঢ়িছে আগ—
তুমিয়েনে থাকা সেই বীৰমণি, কোৱাচোন মোক হে মহাভাগ!

ৰুস্তম

ধিক তোৰ শিক্ষা! মূৰ্খ শিশু তই—ৰুস্তমক তোৰ ইমানে ভয়
এই সাহসেৰে এই বীৰত্বেৰে কিদৰে বিচাৰি আহিছ জয়?
কোন জননীক কলঙ্কিতা কৰি এনুৱা ভীৰুতা লভিলি দান
ৰুস্তমৰ নাম কৰি উচ্চাৰণ ভয়তেই তোৰ কঁপিছে প্ৰাণ!

ছোহৰাব

ক্ষান্ত হক জিভা ! তেনুৱা বচন মুখত নানিবা কদাপি তুমি,
ছো'ৰাব জননী নোহে কলঙ্কিনী যাৰ পদৰেণু আহিছোঁ চুমি।
যি জনা মাতৃৰ আশীৰ্ব্বাদ লই হেলাৰে জিনিলো শতেক বীৰ
সেই জননীক অপমান কৰি নোৱাৰা ৰাখিব গৰ্ব্বিত শিৰ।
স্বপ্নতো নীৰলে ভীৰুতাৰ কথা নকৰোঁ কল্পনা কদাপি মই
পাবা পৰিচয় মোৰ বীৰত্বৰ নেভাবিবা আজি লভিবা জয়।
ৰুস্তম নামত আছে কি মাধুৰী কি ভাব খেলিছে মনত মোৰ
পাৰস্যৰ সিংহ বীৰ ৰুস্তমৰ তুমি কি বুজিবা মহিমাবোৰ !

ৰুস্তম

নেলাগে বুজাব ৰুস্তম মহিমা, শিশুৰ মুখৰ নুশুনো কথা
পাৰস্যৰ আজি মহাশত্ৰু তই তোৰ প্ৰতি মোৰ নাই যে ব্যথা !
পাৰস্যৰ পৰা আঁতৰি দূৰত চিস্তান ৰাজ্যত আছিলো মই
সেই সুযোগতে আহি পালি তই ভাবিছ কৰিবি পাৰস্য জয় ?
ইমান সহজে নুপূৰিব আশা অপূৰ্ণ থাকিব কামনা তোৰ
পাৰস্য গৌৰৱ থাকিব অটুট মিছাতে ভাঙিলি জিৰণি মোৰ।
জনমভূমিৰ দুৱাৰ মুখত নিদিওঁ বজাব বিজয় ভেৰী—
বীৰৰ সন্তানে অস্ত্ৰৰ আগেৰে দিয়ে পৰিচয় গৌৰৱ কৰি।

ছোহৰাব

বেছ কথা তেনে ! দিম পৰিচয় অসাৰ দৰ্পৰ ভাঙিম চূড়া—
পাৰস্য দেশৰ যশৰ কিৰীটি ভাঙি ছিঙি আজি কৰিম গুৰা।
যি ৰাজ্য গঢ়োতে বীৰ ৰুস্তমৰ গল জীৱনৰ বহুতো দিন
সেই ৰাজ্য আজি ছাৰখাৰ কৰি বজাব ছো'ৰাবে ধ্বংসৰ বীণ।
চিনো চিনো কৰোঁ চিনিব নোৱাৰোঁ তথাপি তোমাক যাচিছোঁ ভক্তি
গৰজি উঠিছে ৰুদ্ধ হৃদয়ত আকুল হিয়াৰ বিপুল শক্তি।

আহাঁ আগবাঢ়ি সউ প্ৰান্তৰত পূৰ্ণ কৰোঁ মই বীৰৰ পণ
তৰোৱাল লই আলিঙ্গন কৰি দুয়ো জনে আমি কৰিম ৰণ।

ৰুস্তম/

সেয়ে হক শিশু, তাকে দিম মই নহওঁ কৃপণ কৰিম ৰণ—
হৃদয়ৰ পৰা মায়া মমতাৰ ছিগি যা বন্ধন, স্থিৰ হ মন।
দুনীয়াৰ স্বাৰ্থ হক এবে ব্যৰ্থ দেশৰ আহ্বান সৰাতো বৰ,
ধ্বংস হক মোৰ দেশৰ অৰাতি আপোন হলেও তই যে পৰ!
বয়সত তই অতি কুমলীয়া যোগ্য প্ৰতিযোদ্ধা নহৰ মোৰ
বল তথাপিতো আহিলি যেতিয়া ৰণৰ পিয়াহ গুচাম তোৰ।

*　　　*　　　*

## —পট পৰিবৰ্ত্তন—

ছোহৰাব

কিয় হেৰা বীৰ, অৱনত শিৰ বাৰে বাৰে মাথোঁ ঘাটিলা তুমি
বুজিলানে এবে কেনেকুৱা মোৰ বীৰপ্ৰসৱিনী জনমভূমি?
মোৰ জন্মভূমি বাইৰান দেশ যাৰ নাম লই গৌৰৱ কৰোঁ
আকাৰত সৰু প্ৰকাৰত বৰ জন্মো যেন তাতে যদিহে মৰোঁ।
চিনিলানে আজি মোৰ জননীক যাৰ পুত্ৰ মই নহওঁ ভীৰু
হাঁহি হাঁহি মই জিনিলো তোমাক—নকৰানে বীৰ ফিতাহী আৰু?
ইচ্ছা কৰা হলে মোৰ তৰোৱালে এতে বেলি বীৰ, বিদাৰি প্ৰাণ
নাচিলেহেতেন বুকুত তোমাৰ কৰিলেহেতেন তেজত স্নান!
কাটিলোঁ তোমাৰ শিৰৰ মুকুট, বীৰত্বৰ যশ কৰিলোঁ ম্লান—
নকৰানে বাৰু উপহাস আৰু নাহানানে চোকা বিদ্ৰূপ বাণ?

ৰুস্তম

জীৱনত মোৰ এনে পৰাজয় আজিয়ে প্ৰথম আজিয়ে শেষ
এটিবাৰ মাথোঁ হল পৰাজিতা গৌৰৱমণ্ডিতা পাৰস্য দেশ।

নাভাবিবি তই দুৰন্ত বালক, দুনাই জিনিব পাৰিবি মোক
এই শেলে মোৰ লব প্ৰতিশোধ—দেখা যক কোনে ৰাখিব তোক ;

ছোহৰাব

কি কৰিলি তই হেৰ বেইমান, অপ্ৰস্তুত মোক ইদৰে মাৰি
বীৰৰ নামত কলঙ্ক সানিলি নিৰস্ত্ৰ শত্ৰুক আঘাত কৰি।
অকলশৰীয়া বীৰ সন্তানক বধিলি পাষণ্ড, সুযোগ চাই
জগৎবিজয়ী ৰুস্তম পিতাই নকৰিব ক্ষমা কদাপি হায় !
কত আজি তুমি জনক ৰুস্তম ! তোমাৰ পুত্ৰৰ এনুৱা দশা—
নেদেখিলো মই চৰণ তোমাৰ মনতে থাকিল মনৰ আশা !

ৰুস্তম

কি কলি সোণাই, কচোন দুনাই ৰুস্তম কিদৰে জনক তোৰ
ৰুস্তমৰ দেখোঁ পুত্ৰ হোৱা নাই—বাঢ়িছে মনত সন্দেহ ঘোৰ।
কন্যা এটী হেনো আছে ৰুস্তমৰ সেয়েহে মাথোন খোদাৰ দান,
অন্তিম কালত দুখ দেখি তোৰ বেজাৰতে মোৰ কান্দিছে প্ৰাণ ;

ছোহৰাব

যি শুনিছা তুমি মিছা কথা মাথোঁ, ৰুস্তমৰ পুত্ৰ ছো'ৰাব মই—
জননীয়ে মোৰ পিতাক ছলিলে অপত্য স্নেহত বন্দিনী হই ;
কন্যা হোৱা বুলি বাতৰি পঠাই বুকুত সাৱটি ৰাখিলে মোক,
কৰুণাৰূপিনী সেই যে জননী নেদেখিলো হায় আজি যে তোক !
নিষ্ঠুৰ পিতাই এৰি গল তোক, আহিম বুলিও নাহিল ঘূৰি
পিতৃ-অন্বেষণ নহল পূৰণ, জীৱ-পক্ষী মোৰ যায় যে উৰি !

ৰুস্তম

আছে জানো কিবা পৰিচয় চিন বীৰ ৰুস্তমৰ পুত্ৰৰ গাত
দেখা পালে যাক চিনিব ৰুস্তমে—বংশৰ গৌৰৱ আছেনে তাত?

ছোহৰাব

যিদিনাৰ পৰা ককাদেউতাৰ জীৱন ৰাখিলে যতন কৰি
ঈগল আমাৰ বংশত সদায় অতি পূজনীয় সিদিন ধৰি।
পিতৃ নিৰ্দ্দেশত বাহুত অঙ্কিত ৰঙা ঈগলৰ পৱিত্ৰ চিত্ৰ,
চাব খোজা যদি চাব পাৰা তুমি ঈগল আমাৰ বংশৰ মিত্ৰ।

ৰুস্তম

নেলাগে, নেলাগে, বুজিলোঁ সকলো ময়ে তোৰ সেই নিষ্ঠুৰ পিতৃ,
নিজৰ বুকতে কুঠাৰ বহ'লোঁ, পুত্ৰহীনা হল দুখুনী মাতৃ!
পুত্ৰহীন হল অধম ৰুস্তম—নিজকে কৰিলোঁ নিৰ্ব্বংশ হায়
বীৰ তনয়ৰ মোল নুবুজিলো, হেৰুৱালো তোক হাততে পাই।
বীৰত্বৰ তোৰ বাঢ়িল মহিমা—কলঙ্ক-কালিমা ভাগত মোৰ,
তোৰ জননীক পৰিত্যাগ কৰা ইদৰেই পুত্ৰ, তুলিলি হোৰ।
আমুদৰিয়াৰ ৰূপালি বালিত শতুৰু শলিলে নিৰ্ম্মম কালে
কোন জনমৰ অভিশাপ লই ৰাক্ষস ৰুস্তমে পুত্ৰক খালে!
কোন কুক্ষণত আহিলোঁ ওলাই, কৰিলোঁ অন্যায় সমৰ-সজ্জা
যুগ-যুগান্তৰ পাপী ৰুস্তমৰ—ৰব ই কলঙ্ক, ৰব ই লজ্জা।
হে আমুদৰিয়া! পুণ্য প্ৰৱাহিনী চকু মুদি যাবি ইফালে চাই
কোমল বুকুৰ তপত তেজেৰে বুৰি গল পাৰ হঠাতে হায়!
দেশ বিদেশত এই কাহিনীৰ নবজাবি বীণ, নকবি কথা
সাতো সাগৰৰ পানী ঢালিলেও নুনুমায় জুই নুগুচে ব্যথা।

ছোহৰাব

নেকান্দিবা পিতা, ভাগ্যবান মই—পদধূলি মোৰ শিৰত দিয়া
অযোগ্য নহলোঁ তোমাৰ তনয় সেই গৰ্ব্বে মোৰ নাচিছে হিয়া।
তোমাৰ হাতত জীৱন উছৰ্গি মৰণতো মোৰ বেজাৰ নাই
বেহেস্তত মই আল্লাৰ কাষত লভিম জুৰণি সুখৰ ঠাই।

ছোহৰাব

মাগিলোঁ বিদায় ! অসহ্য পলম, মিছাতে অযথা আক্ষেপ কিয়
আলহী ঘৰৰ মমতা এৰিলোঁ, মুক্ত হই যাওঁ অমৰ জীৱ ।
হে মোৰ দেৱতা, পূজনীয় পিতা ভুবন-বিজয়ী পাৰস্য বীৰ,
তোমাৰ কোলাত মূৰ থই আজি যাচিছে পুত্ৰই ভকতি-নীৰ ।
মৰমৰ মোৰ তুৰ্ক-বাহিনীক কৰিবা আদৰ শত্ৰুতা ভুলি
দুখুনী মাতৃক কৰিবা গ্ৰহণ আকউ এবাৰ নিজৰ বুলি ।
ভৱ সাগৰৰ কাণ্ডাৰীয়ে মোৰ পাৰত চপায় জীৱন নাও
বজোৱা তোমাৰ ৰণৰ বাজনা তাকে শুনি মই টোপনি যাওঁ ।

ৰুস্তম

উঠ মোৰ পুত্ৰ, আকউ এবাৰ বীৰ বিক্ৰমেৰে বাহিনী সজা
হত্যা কৰ এই ভীৰু ৰুস্তমক উৰুৱাই তোৰ বিজয় ধ্বজা ।

---

# বিদায় সঙ্গীত

এই যে জীৱন মোৰ      সংসাৰত মুৰে ভৰি কঢ়া
একেদৰে নেথাকে সদায় ;
মুদিব লাগিব চকু      চাপিব যে জীৱন-সন্ধিয়া
ধূলি-খেলা এদিন বিদায় !

দুদিনীয়া ভোগ-বাঞ্ছা      শেষ মোৰ নউ হওঁতেই
কাল আহি চাপিব যে কাষ
মৰিচিকা খেদোঁতেই      যাব মাথোঁ অমূল্য সময়
তৃপ্তি নাই—অতৃপ্তিৰ দাস !

সাচোঁ সাচোঁ বোলোঁতেই খিলঞ্জীয়া পৰমাৰ্থ ধন
উদং ভিক্ষাৰ জুলিটি মোৰ
চিৰকাল একেভাৱে ৰব মাথোঁ শূন্য বোজা লই
হব ধূলি-মাকতিৰে পূৰ।

দোভাগ নিশাৰ এটি আধা ফুটা বেহাগ-ৰাগিণী
তোলোঁ বুলি জীৱন-বীণত—
আঙুলি বুলাই মাথোঁ পাতনিতে বিমুগ্ধ হওঁতে
মিলি যাব মহা শূইনত।

নিজৰ অজ্ঞাতে মই মৰণৰ সিংহদুৱাৰেদি
পামগই দেৱতাৰ দেশ,
সংসাৰে নেপাব গম হঠাতেই খলকি লগাই
সুদূৰৰ যাত্ৰা হব শেষ।

যৌৱনৰ হা-হুতাহ সৌন্দৰ্য্যৰ অনন্ত পিয়াহ
লৰালিৰ সুধাসনা দিন,
বাৰ্দ্ধ্যকৰ মহামাৰী অজানিত এটি মুহূৰ্ত্ততে
হব কাল সাগৰত লীন।

চিৰ পূজ্য পিতৃ মাতৃ চেনেহৰ ভগ্নী ভ্ৰাতৃ মোৰ
অৰ্দ্ধাঙ্গিনী প্ৰাণৰ প্ৰেয়সী,
নহব যে কাৰো সাধ্য সংসাৰৰ মায়া-পিঞ্জৰত
কৰি থব অনন্ত উদাসী।

আহিলে কালৰ দূত থিয় দিলে হৃদয় দুৱাৰে
ইঙ্গিততে ত্যজিম সকলো—
যবে বস্তু ততে ৰব, আধা কৰা থাকিব কতনো
দুচকুত সমল চকুলো!

যিবা দৰে পৰাক্ৰমী     লঙ্কেশ্বৰ ৰাৱণ ৰজাই
আধা সজা সৰগৰ সাকো
ৰই গল আধা কৰা     আচম্বিতে মুদিলে নয়ন
কষ্ট কালে নামানিলে একো

সেইদৰে, সেইদৰে     তেনেভাবে ঠিক সেইদৰে
ৰব মোৰ আলচা কাহিনী—
এইদৰে, এইদৰে     এনেভাবে ঠিক এইদৰে
চলি আছে চলিব ধৰণী।

সিদিনাৰ প্ৰাৰম্ভতো     দেখা দিব আজিৰ নিচিনা
অৰুণেৰে ঊষা-কুৱঁৰীয়ে,
তপনে চলাব ৰথ     দৈনন্দিন গন্তব্য পথত
গীত গাব কুলি কেতেকীয়ে।

সিদিনাও একেভাৱে     ফুলনিত হাঁহিব কুসুমে
পদুমীয়ে বিলৰ বুকুত,
দুপৰ সন্ধিয়া হব     উৰ্ব্বশীৰে জোনায়ে নাচিব
লুইতত প্ৰেম-মণিকূট।

সিদিনাও সংসাৰত     ধন জন যৌৱনৰ গৰ্ব্ব
কৰোতাই অৱশ্যে কৰিব,
সিদিনাও মানৱৰ     আশা আৰু কামনাৰ সোঁত
শতধাৰা হই বাগৰিব।

সিদিনাও একেভাৱে     বিৰহত পুৰিব বিৰহী
সুখ দুখ ৰব খিকিন্দালি,
প্ৰেমিকে আজিৰ দৰে     প্ৰেমিকাৰ সেন্দূৰী গালত
দিব শত চুমাৰ নিৰ্ম্মালি।

সংসাৰ সংসাৰ হই একেভাবে থাকিব নিশ্চয়
নহব তাৰ একণো যে লৰ,
পুৱঁতি নিশাই আহি সৰুৱাব শেৱালিৰ পাহি
বিনন্দীয়া সৃষ্টি ঈশ্বৰৰ।

সেই সময়তে মোৰ এৰি থই মানৱী শৰীৰ
মুক্ত হব আত্মা অমৰণ,
তৃণৰিৰ ওপৰত ওপৰৰ নীলিমালে' চাই
টোপনিত হম অচেতন।

তুলসিৰ পুলিটিয়ে থিয় হই শিতানত মোৰ
দিব ধীৰে জুৰ বাৱ গাৰ—
আকাশৰ তৰাবোৰে পিৰিকতি পচাৰতে মোৰ
আবাহন দিব বাৰেবাৰ !

জোনাকত জিলিকিব পুণ্যপ্ৰভা ইন্দ্ৰমালতীৰ
মতলীয়া কৰি মোৰ প্ৰাণ—
দেখা পাম ৰিণি ৰিণি সিটো পাৰ ভৱ জলধিৰ
বিৰাজিছে যত ভগৱান।

এটি দুটি কৰি পৰি শেৱালিৰ ফুল কেপাহিয়ে
দেহা মোৰ কৰিব পবিত্ৰ,
যাম মই অকলাই শেষ কৰি মহা ভৱমেলা
ইঁহা কন্দা জীৱনৰ চিত্ৰ !

প্ৰকৃতি আয়েহে মাথোঁ অশ্ৰুজল নিয়ৰ বিন্দুৰে
এক্ষন্তেক কৰিব বেজাৰ—
শৰীৰ মলচি দিব কলুষ কালিমা ধুই নিব
হম মই বৈতৰণী পাৰ।

কোনে জানে সেই দিন আছে আহি কিমান দূৰত
আজি, কালি কিম্বা নিলগত,
বিদায় সঙ্গীত এটি যিস্থলত লাগিব গাবই
কিনো লাভ তেনে পলমত !

আজিয়ে কালিৰ কাম কৰি থওঁ আগ বতৰত
এয়ে মোৰ বিদায় সঙ্গীত—
অনুৰোধ ভাই ভনী, পাহৰিবা সমূলঞ্চে মোক
শেষ মোৰ হলে পৃথিৱীত।

সাধনাত সিদ্ধিলাভ নোৱাৰিলোঁ কৰিব অলপো
নোৱাৰিলোঁ পূজিব মাতৃক,
সংকীৰ্ণ চকুৰে মই চাবলই নহলোঁ সমৰ্থ
সমভাবে বিশ্বৰ ভ্ৰাতৃক।

সত্য শিৱ সুন্দৰৰ নোৱাৰিলোঁ ঘোষিব মহিমা
নহলোঁ যে শক্তিৰ পূজাৰী,
প্ৰকৃতি দেৱীক মই নোৱাৰিলোঁ হৃদয় বিলাব
পথভ্ৰান্ত মই যে সংসাৰী !

যতনে গোটাই থলোঁ কবিতাৰ তলসৰা ফুল
দিবলই মোৰ সমাধিত—
বিদায়ৰ মালাধাৰি আজিয়েই গাথি থলোঁ মই
ৰচি থলোঁ বিদায় সঙ্গীত। ১০।১।৬

## —নাট—

| | | |
|---|---|---|
| ১। | নৰকাসুৰ ( ২য় তাঙৰণ) ... ... | ওলাব |
| ২। | কনোজ কুৱঁৰী ( „ ) ... ... | „ |
| ৩। | বেউলা ... ... ... | ৸৹ |
| ৪। | চম্পাৱতী ... ... ... | ৸৹ |
| ৫। | নন্দ-দুলাল ... ... ... | ৸৹ |
| ৬। | কুৰুক্ষেত্ৰ ... ... ... | ৸৹ |
| ৭। | শ্ৰীৰামচন্দ্ৰ ... ... ... | ৸৹ |

## —কবিতা—

| | | |
|---|---|---|
| ১। | পাঞ্চজন্য ... ... .. | ।/৹ |
| ২। | দীপালী ... ... ... | ৸৹ |

**পোৱাৰ ঠাই**—১। বৰুৱা এজেঞ্চি, গুৱাহাটী ২। ভট্টাচাৰ্য্য গু চন্স, নগাওঁ ৩। ছাত্ৰ মিলন সমিতি, উজান বজাৰ গুৱাহাটী । নিউপ্ৰেছ, গুৱাহাটী ৫। এজেঞ্চি কোম্পানি ডিব্ৰুগড় আদি সকলো ডাঙৰ কিতাপৰ দোকান।

---

গুৱাহাটী বৰুৱা এজেঞ্চিৰ শ্ৰীযুত গোপালচন্দ্ৰ বৰুৱাৰ দ্বাৰা প্ৰকাশ হল।